# অপৰাধী

[ নৰহত্যা অপৰাধৰ সত্য কাহিনী ]

শ্ৰীৰাধিকামোহন গোস্বামী, বি-এল

লয়াৰ্চ বুক ষ্টল
গুৱাহাটী : অসম

প্ৰকাশক ঃ
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা, বি এল
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী ঃ অসম

২য় সংস্কৰণ, ১৯৫৭

মূল্য ঃ দুটকা

মুদ্ৰাকৰ ঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬, গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# প্ৰণয়ৰ পৰিণাম

মানৱ চৰিত্ৰ বৈচিত্ৰ্যময়, সন্দেহ নাই। কিন্তু মানৱ চৰিত্ৰৰ অন্তৰালত লুকাই থকা মানুহৰ জ্ঞান আৰু বুদ্ধি চিৰদিনেই সীমাবদ্ধ।

* * *

ইংৰাজী ১৯১১ আৰু ১৯১২ চনৰ ভিতৰত, অলপ দিনৰ অগা-পিচাকৈ, যি দুটা অমানুষিক আৰু অভাৱনীয় হত্যাকাণ্ড আগ্ৰা চহৰত ঘটি গল, সেই হত্যাকাণ্ড আকস্মিক নহয়, অনিশ্চিত এটা দুৰ্ঘটনাও নহয়! সেই হত্যাকাণ্ড, নৰ-ঘাতকৰ সুচিন্তিত এটা ষড়যন্ত্ৰৰ ভয়াবহ পৰিণাম মাত্ৰ।

* * *

এই হত্যাকাণ্ডৰ সূত্ৰপাত ইংৰাজী ১৯০৯ চনত মীৰাট চহৰত প্ৰথম আৰম্ভ হয়। কিন্তু সেই সূত্ৰপাতৰ শেষ পৰিণাম যে কিমান ভয়াবহ হব পাৰে, সেই কথা কোনেও নাভাবিলে, কোনেও নেদেখিলে। · ···

ভাৰতীয় চিকিৎসা বিভাগৰ এজন উচ্চপদস্থ বিষয়া হিচাবে লেফটেনেণ্ট ক্লাৰ্ক ৪২ বছৰ বয়সত মীৰাট চহৰলৈ বদলি হৈ আহে। মীৰাটত অলপ দিন থকাৰ পিছত সেই চহৰৰ মিঃ এড্ ওৱাৰ্ড ফুল্লাম নামৰ আন এজন ভদ্ৰলোকৰ

লগত ক্লাৰ্কৰ চা-চিনাকি হয় আৰু ক্ৰমে তেওঁলোকৰ ছুয়োটা পৰিয়ালৰ মাজত ঘনিষ্ঠতা বাঢ়ি উঠে।

* * *

লেফটেনেণ্ট ক্লাৰ্ক আৰু তেওঁৰ পৰিবাৰ মিছেছ ক্লাৰ্ক ছুয়ো এংলো-ইণ্ডিয়ান সম্প্ৰদায়ভুক্ত আছিল। মিছেছ ক্লাৰ্ক কলিকতাৰ মেডিকেল কলেজত নাৰ্চ হৈ থাকোঁতেই ক্লাৰ্কৰ লগত তেওঁৰ চিনাকি হয় আৰু শেষত কলিকতাতেই ছুয়োৰো বিয়া হয়। কিন্তু বিয়াৰ অলপ দিনৰ পিছৰপৰাই স্বামী-স্ত্ৰীৰ মাজত নানাৰকমৰ মতানৈক্য সৃষ্টি হৈ ছুয়োৰো বৈবাহিক জীৱন অশান্তিময় হৈ পৰে।

মিছেছ ক্লাৰ্ক বয়সত তেওঁৰ স্বামীতকৈ ছবছৰৰ ডাঙৰ আছিল। কিন্তু তেওঁৰ স্বামীক কোনো দিনেই তেওঁ শাসন কৰিব পৰা নাছিল। মিছেছ ক্লাৰ্ক বুদ্ধিমতী, স্বভাৱতে ধীৰ আৰু নিৰ্জ্জু প্ৰকৃতিৰ কিন্তু আনহাতে, তেওঁৰ স্বামী লেফটেনেণ্ট ক্লাৰ্ক এজন ভোগ-বিলাসপ্ৰিয়, ইন্দ্ৰিয়-পৰায়ণ মানুহ আছিল। নিজৰ ইন্দ্ৰিয় চৰিতাৰ্থ কৰিবৰ কাৰণে কোনো পাপ কাম কৰিবলৈকে ক্লাৰ্কে কুণ্ঠা বোধ নকৰিছিল। ইয়াৰ বাহিৰেও, তেওঁৰ উচ্চপদৰ জোখাৰে যি পৰিমিত শিক্ষাৰ আৱশ্যক আছিল, সেই শিক্ষাও ক্লাৰ্কৰ নাছিল। মিছেছ ক্লাৰ্কে তেওঁৰ গোটেই জীৱন স্বামীৰ হাতত নানা নিৰ্য্যাতন ভোগ কৰি শেষত নৰঘাতকৰ হাতত আহত হৈ অকালতে ইহ-সংসাৰ পৰিত্যাগ কৰি যাব লগা হয়।



কিন্তু আনফালে মিঃ ফুল্লামৰ প্ৰকৃতি, ক্লাৰ্কৰ প্ৰকৃতিৰ সম্পূৰ্ণ বিপৰীত আছিল। মিঃ ফুল্লাম আৰম্বড়হীন, নিৰ্জ্জু, সং প্ৰকৃতিৰ। ইং ১৮৯৪ চনত আগাথাৰ লগত মিঃ ফুল্লামৰ কলিকতাত বিয়া হয়। আগাথা মিঃ ফুল্লামতকৈ বয়সত আঠ বছৰৰ সৰু আৰু শুদ্ধ ইংৰাজ সম্প্ৰদায়ভুক্ত আছিল।

আগাথা শুৱনী, বুদ্ধিমতী। সৰুতে কলিকতাত থাকি আগাথাই লিখা-পঢ়াও শিকিছিল। কিন্তু আগাথাৰ স্বভাৱ মিছেছ ক্লাৰ্কৰ স্বভাৱতকৈ বেলেগ আছিল। আগাথাই নিজৰ ৰূপ দেখুৱাই অপৰ-পুৰুষৰ চিত্ত আকৰ্ষণ কৰি সদায় আনন্দ পাইছিল।

* * *

ইংৰাজী ১৯০৯ চনত এই পৰিয়াল ছুটা মীৰাট চহৰত লগ লগাৰ কিছুদিনৰ পিছতেই এদিন প্ৰসব বেদনা উপস্থিত হৈ আগাথা হঠাৎ অসুস্থ হৈ পৰে। লগে লগেই মিঃ ফুল্লামৰ আমন্ত্ৰণত, আগাথাৰ চিকিৎসাৰ কাৰণে লেফটেনেণ্ট ক্লাৰ্ক মিঃ ফুল্লামৰ ঘৰত উপস্থিত হয়হি, আৰু আগাথাৰ লগত চিনাকি হবৰ সুযোগ লাভ কৰে। কিন্তু এই চিনাকিৰ লগে লগেই আগাথা আৰু ক্লাৰ্ক উভয়েই পৰস্পৰৰ প্ৰতি আচৰিত ৰকমে আকৰ্ষিত হৈ পৰে।......লাহে লাহে আগাথাৰ অসুখ ভাললৈ আহিল কিন্তু চিকিৎসকৰ প্ৰতি আগাথাৰ অন্তৰৰ আসক্তি অলপো নকমিল।.........

ইংৰাজী ১৯১০ চনৰ নবেম্বৰ মাহত ক্লাৰ্ক দিল্লীলৈ বদলি

হৈ যায়। কিন্তু এই বিচ্ছেদে আগাথা আৰু ক্লাৰ্কৰ মাজৰ প্ৰগাঢ় প্ৰণয় ভাৰ অলপো কমাব নোৱাৰিলে।—এই ব্যৱধানৰ দূৰত্বই দুয়োকো, আগতকৈ বেচি আসক্তহে কৰি তুলিলে।

দিল্লী আৰু মীৰাটৰ ব্যৱধান সংযোগ কৰিবৰ কাৰণেই আগাথা আৰু ক্লাৰ্কৰ মাজত প্ৰণয়-পত্ৰৰ আদান প্ৰদান আৰম্ভ হল। শ, শ চিঠি ডাকযোগে আহিল, গল।……

শনিবাৰ আৰু দেওবাৰৰ বাহিৰে প্ৰায় প্ৰতিদিনেই আগাথাই ক্লাৰ্কলৈ চিঠি দিবলৈ ধৰিলে। সেই দুদিন মিঃ ফুল্লাম ঘৰত থকাৰ কাৰণে আগাথাই চিঠি লিখিবৰ কাৰণে সুবিধা কৰিব পৰা নাছিল। আগাথাৰ প্ৰত্যেকখন চিঠিৰ উত্তৰ নিয়মিত ভাবে দিয়াৰ বাহিৰেও, প্ৰায় বৃহস্পতিবাৰেই ক্লাৰ্কে আগাথাক লগ পাবৰ কাৰণেই মীৰাটলৈ আহিছিল।

আগাথাই ক্লাৰ্কলৈ দিয়া এখন চিঠিৰ পৰা তেওঁলোকৰ মাজৰ অবৈধ প্ৰণয়ৰ ফলতেই যে আগাথা এবাৰ অন্তঃসত্বা হৈছিল, সেই কথাও জনা যায়। সেই চিঠিখনত আগাথাই আন আন কথাৰ লগত তলত দিয়া কথাকেইটাও ক্লাৰ্কলৈ লিখিলে—

"প্ৰিয়তম,…… মই যিটোক ভয় কৰিছিলো সেইটোৱেই মোক পালে। মোৰ গাত আকৌ লেঠা হৈছে। যোৱা দুদিন মোৰ বৰ অসুখ। কালি সন্ধ্যা হঠাৎ গাটো বেয়া হৈ মই বমি কৰিলোহি।……এইটো নহওক বুলিয়েই বহুত চেষ্টা কৰিছিলো। কিন্তু ঈশ্বৰৰ বিৰুদ্ধে যুজিব নোৱাৰো। যুজিবৰ ইচ্ছাও নাই।……



* * * *

কিন্তু ক্লাৰ্কে দিয়া কিবা এটা দৰৱ ব্যবহাৰ কৰাৰ পিছতেই আগাথাৰ এই ভয় দূৰ হয়।

দিল্লীৰ পৰা ক্লাৰ্ক আকৌ আগ্ৰালৈ বদলি হয়। ক্লাৰ্কে আগাথালৈ দিয়া চিঠিবোৰ সদায় "মিছেছ ক্লাৰ্কছন" নামতেই আহিছিল। সেই চিঠিবোৰ আগাথাই নিজেই ডাকঘৰৰ পৰা আনিছিল গৈ। মিঃ ফুল্লামেও লাহে লাহে আগাথা আৰু ক্লাৰ্কৰ মাজৰ এই ঘনিষ্ঠতা অলপ সন্দেহৰ চকুৰে চাবলৈ আৰম্ভ কৰিলে। কিন্তু আগাথাই গিৰিয়েকৰ সন্দেহৰ কথা গম পায়েই ভবিষ্যতে সাৱধানে চলিবৰ কাৰণে নিৰ্দ্দেশ দি ক্লাৰ্কলৈ এখন চিঠি লিখিলে।

ক্লাৰ্কে নিজেও, প্ৰণয়-পথ সুগম কৰিবৰ নানা উপায় দিনে ৰাতিয়ে চিন্তা কৰিবলৈ ধৰিলে। কিন্তু কোনো সহজ উপায় তৎক্ষণাৎ চকুত নপৰিল।

দিন আগুৱাই গল।……এদিন আকৌ আগৰ দৰেই, ক্লাৰ্ক মীৰাটত উপস্থিত হলহি। এইটো এটা বিশেষ দিন।

এই দিনাই প্ৰথম ক্লাৰ্কে, তেওঁলোকৰ প্ৰণয়-পথ সুগম কৰিবৰ কাৰণে যি উপায় চিন্তা কৰিছিল, সেই উপায় আৰু তাক প্ৰয়োগ কৰিবৰ ব্যৱস্থা আগাথাক জানিবলৈ দিয়ে।… লোমহৰ্ষক, অভাৱনীয় উপায়! কিন্তু আগাথাৰ শৰীৰ জিকাৰ

খাই নুঠিল ; আগাথাই ভয় নকৰিলে।……ক্লাৰ্ক আৰু আগাথাই মিঃ ফুল্লামক "আৰছেনিক" নামৰ ভয়ানক বিহ খুউৱাৰ সিদ্ধান্ত কৰিলে। সেই বিহ আগ্ৰাৰ পৰা পঠিয়াই দিবৰ যি দায়িত্ব সেই দায়িত্বও ক্লাৰ্কে নিজেই বহন কৰিব বুলি আগাথাক আশ্বাস দিলে। কোনেও নজনাকৈ, কাৰো মনত সন্দেহ সৃষ্টি নকৰাকৈ, তিল তিলকৈ মিঃ ফুল্লামৰ মৃত্যু ঘটাবৰ কাৰণেই ক্লাৰ্কেও "আৰছেনিক" বিহৰ সহায় লয়।…

ক্লাৰ্কৰ নিৰ্দ্দেশ মতেই আগাথাই মিঃ ফুল্লামৰ আহাৰৰ লগত প্ৰায় প্ৰতিদিনেই "আৰছেনিক" বিহ মিহলাই সেই আহাৰকে মিঃ ফুল্লামক খুৱাবলৈ ধৰিলে।

……এদিনৰ পিছত দুদিন হৈ, ক্ৰমে দিন আগুৱাই গল। কিন্তু, "আৰছেনিকে" যিমান সোনকালেই গুণ ধৰিব বুলি আশা কৰিছিল সিমান সোনকালে গুণ নধৰা দেখি, আগাথা অধৈৰ্য্য হৈ পৰিল। মনৰ অশান্তিত আগাথাই ক্লাৰ্কলৈ চিঠি লিখিলে—

"প্ৰিয়তম, তুমি দিয়া গুৰিটো ( Powder ) মই অলপো ভাল পোৱা নাই। এই গুৰিয়ে যে কিমান শ বছৰ লব, ঠিক নাই।……বিপদ ঘনাই আহিছে।"…

এই সম্পৰ্কে ক্লাৰ্কলৈ লিখা চিঠিবোৰত আগাথাই "আৰ-ছেনিক" বিহক "টনিক" বুলিহে আখ্যা দিছিল।

…আন এখন চিঠিত আগাথাই "আৰছেনিক"ৰ পৰিবৰ্ত্তে আন কিবা এটা দিয়া কথা প্ৰস্তাব কৰি এইদৰে লিখিছিল—



"মোৰ অতি প্ৰিয়তম, তুমি বুদ্ধিমান, সকলোৱেই বুজা। আমাৰ অভীষ্ট সোনকালে সিদ্ধি কৰিবৰ কাৰণে আন নতুন কিবা এটা উপায় নিশ্চয় চিন্তা কৰিবা। যদি কিবা সৰু পাৰ্শ্বেল মোলৈ পঠিয়াব খুজিছা, ৰেজেষ্ট্ৰি কৰি পঠিয়াবা…।"

ক্লাৰ্কেও পূৰ্ব্বৰ দৰেই মীৰাটলৈ আহি, আগাথাক লগ ধৰি নিজেই "আৰছেনিক" বিহ আগাথাৰ হাতত দিছিল। ক্লাৰ্কৰ প্ৰণয়-পাশত আগাথা এনে ভাবে আবদ্ধ হৈছিল যে ক্লাৰ্কৰ অবিৰাম সঙ্গ-সুখ বিচাৰি আগাথাও ব্যাকুল হৈ পৰিল।

প্ৰায় তিনিমাহ অলপ অলপকৈ "আৰছেনিক" প্ৰয়োগ কৰাৰ পিছত, এই ভয়ানক ষড়যন্ত্ৰৰ ফল দেখা দিলেহি। ইং ১৯১১ চনৰ জুন মাহত মিঃ ফুল্লামৰ শৰীৰ হঠাৎ ভাঙ্গি পৰিল। কলেৰাৰ নিচিনা এবিধ ৰোগত মিঃ ফুল্লাম হঠাৎ আক্ৰান্ত হৈ, দহদিনৰ ছুটী লবলৈ বাধ্য হয়। ছুটী লৈয়ে, হাৱাপানী পৰিবৰ্ত্তন কৰিবৰ কাৰণে, মিঃ ফুল্লাম অকলে মুছৰীলৈ যায় ; কিন্তু তাতো শৰীৰৰ উন্নতি নহল।……

মিঃ ফুল্লামৰ অনুপস্থিতিৰ সুযোগ লৈ ক্লাৰ্ক মীৰাটত উপস্থিত হলহি। প্ৰণয়িনী আগাথাৰ সঙ্গ-সুখ লাভ কৰাৰ বাহিৰেও ক্লাৰ্ক আৰু আগাথাই মিঃ ফুল্লামক ইহজগতৰ পৰা আৰু সোনকালে কেনেকৈ বিদায় দিব পাৰি, তাৰো নতুন উপায় চিন্তা কৰিবলৈ ধৰিলে। তিনিমাহ "আৰছেনিক" প্ৰয়োগ কৰিও আশানুৰূপ ফল নাপাই, প্ৰণয়-প্ৰণয়িনী দুয়ো

হতাশ হৈ উঠিছিল। মিঃ ফুল্লামৰ সোনকালে মৃত্যু ঘটাবৰ কাৰণে “আৰছেনিক”ৰ পৰিবৰ্ত্তে আন কিবা এবিধ বিহ প্ৰয়োগ কৰা কথা দুয়ো স্থিৰ কৰে।

মিঃ ফুল্লাম মুছৰীৰ পৰা সেই ভঙ্গা শৰীৰ লৈয়ে আকৌ মীৰাট পালেহি। কিন্তু মীৰাটত ভৰি দিয়েই, তেওঁৰ অনুপস্থিতিত ক্লাৰ্ক তেওঁৰ ঘৰলৈ অহা কথা জানিব পাৰি, মিঃ ফুল্লামৰ অন্তৰৰ সন্দেহ বাঢ়ি উঠিল। আগাথাক নানা প্ৰকাৰে খং কৰাৰ বাহিৰেও, কেইদিনমানলৈ, আগাথাই তৈয়াৰ কৰা আহাৰ গ্ৰহণ কৰিবলৈকো মিঃ ফুল্লামে আপত্তি কৰিলে।......কিন্তু বেচাৰাই তেওঁৰ প্ৰাণসমা ভাৰ্য্যাই যে তেওঁৰ প্ৰাণ নাশ কৰিবৰ কাৰণে দিনে-ৰাতিয়ে ষড়যন্ত্ৰ কৰিব লাগিছে, সেই বিষয়ে ঘুণাক্ষৰেও সন্দেহ নকৰিলে।

* * * *

ক্লাৰ্কে নতুন আন এবিধ বিহ প্ৰয়োগ কৰিবৰ সিদ্ধান্ত কৰিলে। এই বিহ প্ৰয়োগৰ ফলত, সূৰ্য্যৰ তাপত গৰম উঠি (Heat stroke) হঠাৎ মৃত্যু হোৱা মানুহৰ দৰেই বিহ প্ৰয়োগ কৰা মানুহজনৰ মৃত্যু হোৱাও সুনিশ্চিত। মিঃ ফুল্লামৰ দ্ৰুত মৃত্যু কামনা কৰি আগাথাও অধৈৰ্য্য হৈ উঠিছিল। ক্লাৰ্কৰ নিৰ্দ্দেশ মানি মিঃ ফুল্লামৰ শৰীৰত এই নতুন বিহ প্ৰয়োগ কৰিবলৈ আগাথা মান্তি হল। সেই বিহ কেতিয়া আৰু কেনেকৈ প্ৰয়োগ কৰিব সেই কথা আগাথাই ক্লাৰ্কক এখন চিঠিৰে তলত দিয়াৰ দৰেই জানিবলৈ দিছিল।



“......মই সেই “পনীয়া বস্তুটো” (liquid) অহা বৃহস্পতিবাৰে ৰাতি দিম বুলি ভাবিছো।......সেই দিনা আমি যি আহাৰ খাম তাত নেমুটেঙ্গাৰ ৰস মিহলোৱা আহাৰো থাকিব।.....সেই কাৰণে তুমি সেই “পনীয়া বস্তুটোৰ” (liquid) তিতা আস্বাদটো (taste) মাৰিবৰ কাৰণে বস্তুটো টেঙ্গেচীয়া বা লুনীয়া কৰি দিবা যাতে নেমুটেঙ্গাৰ আস্বাদৰ (taste) লগত তাৰ আস্বাদ মিলি যায়। এইদৰে মিলি গলে সন্দেহৰো কোন কাৰণ নাথাকিব ......আমি বৃহস্পতিবাৰেই এখন খেল-ধেমালি (Sport) চাবলৈকো যাম।..... মীৰাটত কিমান গৰম জানাই; বৰষুণ বলিবলৈ নাই। যদি সেইদিনাই হঠাৎ তেওঁৰ কিবা হয়, তেন্তে আবেলিৰ সূৰ্য্যৰ তাপত গৰম উঠি (Heat Stroke) তেওঁৰ মৃত্যু ঘটিছে বুলিয়েই সকলোৱে বিশ্বাস কৰিব। সেই কাৰণেই, এই ভয়ানক কামটো বৃহস্পতিবাৰৰ দিনাই মই শেষ কৰিব খোজো।......”

ইং ১৯১১ চনৰ ২৭ জুলাই তাৰিখে আগাথাই সেই “পনীয়া” বস্তুটো (liquid) মিঃ ফুল্লামৰ আহাৰৰ লগত মিহলাই সেই আহাৰ মিঃ ফুল্লামক খাবলৈ দিলে। আহাৰ গ্ৰহণ কৰাৰ লগে-লগেই মিঃ ফুল্লাম ভয়ানক ভাবে অসুস্থ হৈ পৰিল। ডাক্তৰে মিঃ ফুল্লামক পৰীক্ষা কৰিলেহি। একবাক্যে সকলোৱেই গৰমৰ কাৰণেই মিঃ ফুল্লাম অসুস্থ হৈ পৰিছে বুলি (Heat Stroke) সিদ্ধান্ত কৰি, সেইমতেই চিকিৎসাৰ

ব্যৱস্থা কৰিলে। কিন্তু ডাক্তৰ সকলৰ কোনেও মিঃ ফুল্লামক বিহ প্ৰয়োগ কৰিছে বুলি সন্দেহ নকৰিলে।......

আগাথাই সঙ্কল্প পৰিত্যাগ নকৰিলে। মিঃ ফুল্লামৰ যন্ত্ৰণা দেখিও তাই বিচলিত নহল।......কেইদিনমানৰ পিছত আকৌ এদিন সেই "পনীয়া" বস্তুটো গিৰিয়েকক আহাৰৰ লগত মিহলাই সেই আহাৰ গিৰিয়েকক খাবলৈ দিলে। মিঃ ফুল্লাম আকৌ অসুস্থ হৈ পৰিল। চিকিৎসাৰ কাৰণে হস্পিতাল পালেহি। কিছুদিন চিকিৎসাৰ পিছত মিঃ ফুল্লামৰ প্ৰাণ ৰক্ষা হল, কিন্তু তেওঁৰ স্বাস্থ্য একেবাৰেই নষ্ট হৈ গল। সেই বছৰৰ চেপ্তেম্বৰ মাহত শাৰীৰিক অসুস্থতাৰ কাৰণে মিঃ ফুল্লাম অসময়তে পেঞ্চনত যাবলৈ বাধ্য হয়।

পেঞ্চন লোৱাৰ পিছত, নিগাজীকৈ ক'ত বাস কৰিব, মিঃ ফুল্লমে চিন্তা কৰিবলৈ ধৰিলে। এবাৰ ইংলণ্ডত বাস কৰা কথাও ভাবিলে। কিন্তু নানা কথা চিন্তা কৰি শেষত ভাৰতবৰ্ষত বাস কৰাটোকেই স্থিৰ কৰিলে। এই সিদ্ধান্তৰ পিছতেই, ভাৰতবৰ্ষৰ ক'ত বসতি কৰিব, এই প্ৰশ্নও উপস্থিত হলহি।—নানা আলোচনাৰ পিছত মিঃ ফুল্লামে শেষত, ভাৰতবৰ্ষৰ আগ্ৰা চহৰত বসতি কৰাটোকেই সিদ্ধান্ত কৰিলে। মিঃ ফুল্লামে আগ্ৰা চহৰ কিয় পছন্দ কৰিলে, সেই কথাৰ সঠিক উত্তৰ দিয়া টান। আগাথাই এই বিষয়ে মিঃ ফুল্লামৰ ওপৰত কিবা প্ৰভাব বিস্তাৰ কৰিব পাৰিছিল নে নাই, সেই কথাও জনা নাযায়। কিন্তু, যি কাৰণতেই



নহওক, মিঃ ফুল্লামে নিজৰ অকাল মৃত্যু বৰণ কৰিবৰ কাৰণেই যেন নিজৰ অজ্ঞাতেই আগ্ৰা চহৰত বসতি কৰা কথা স্থিৰ কৰিলে।.....

ইংৰাজী ১৯১১ চনৰ অক্টোবৰ মাহত মীৰাট পৰিত্যাগ কৰি মিঃ ফুল্লামৰ গোটেই পৰিয়াল আগ্ৰা পালেহি। আগ্ৰাত থিতাপি লোৱাৰ দুদিনৰ পিছত, তৃতীয় দিনা ৰাতি, মিঃ ফুল্লাম তেওঁলোক থকা ঘৰটোৰ বাহিৰৰ ফুলৰ বাগিছাখনত আহাৰ খাবলৈ বহে। তেওঁক খাবলৈ দিয়া বস্তুৰ কেইপদমান আগাথাই নিজেই আনি মিঃ ফুল্লামক দিয়েহি। তেওঁৰ আহাৰত যে আগাথাই সেই "পনীয়া" বিহটো মিহলাই আনিছিল মিঃ ফুল্লামে অনুমান কৰিব পৰা নাছিল। কোনো সন্দেহ নকৰাকৈ মিঃ ফুল্লামেও আহাৰ খাবলৈ ধৰে। কিন্তু আহাৰ খাই থাকোঁতেই, মিঃ ফুল্লাম হঠাৎ এবাৰ অসুস্থ হৈ বতিয়াবলৈ আৰম্ভ কৰিলে। সেই দিনা ক্লাৰ্কো মিঃ ফুল্লামৰ ঘৰত উপস্থিত আছিলহি। মিঃ ফুল্লামক অসুস্থ হোৱা দেখি ক্লাৰ্ক লৰালৰিকৈ মিঃ ফুল্লামৰ ওচৰত উপস্থিত হৈ দৰব দিয়া চলেৰে এটা বেজী থকা পিচ্‌কাৰীৰে ( Hypodermic Syring ) আৰু কিছুমান বিহ মিঃ ফুল্লামৰ শৰীৰৰ ভিতৰত ভৰাই দিয়ে। সেই বিহ শৰীৰৰ ভিতৰত প্ৰবেশ কৰাৰ প্ৰায় লগে লগেই ইংৰাজী ১৯১১ চনৰ ১০ অক্টোবৰ তাৰিখে মিঃ ফুল্লামৰ মৃত্যু হয়।......

সদ্য বিধবা আগাথাৰ কৰুণ ক্ৰন্দনৰ মাজেদিয়েই পিছ-

দিনা মিঃ ফুল্লামৰ কবৰ হৈ গল। স্বামী বিয়োগত আগাথা বিহ্বল হৈ পৰিল। আগাথাৰ দুখত গোটেই জগতবাসীয়েই যেন কান্দিবলৈ ধৰিলে।...

মিঃ ফুল্লামৰ কেথেলিন নামৰ দহ বছৰীয়া এজনী জীয়েকৰ বাহিৰে, এই লোমহৰ্ষক কাহিনীৰ কথা বাহিৰৰ আন কোনো মানুহেই গম নাপালে, কাৰো মনত কোনো সন্দেহো উপস্থিত নহল।...

মিঃ ফুল্লামৰ মৃত্যু সম্পৰ্কে কাৰো আগত কোনো কথা নকবৰ কাৰণে আগাথাই কেথেলিনক সাৱধান কৰি দিলে।...

আগাথা বিধবা। কিন্তু বিধবা হৈয়ো, তেওঁৰ প্ৰণয়ীৰ পৰা আগৰ দৰেই আগাথাই সকলো স্নেহ যত্ন সমানেই পাবলৈ ধৰিলে। মিঃ ফুল্লামক আঁতৰ কৰিয়েই, কোন দিনা তেওঁ লেফটেনেণ্ট ক্লাৰ্কৰ পৰিবাৰ হব পাৰিব, দিনে ৰাতিয়ে সেইটো চিন্তা কৰি আগাথাই নানা সপোন দেখিবলৈ ধৰিলে। আগাথাই ক্লাৰ্কলৈ দিয়া কেবাখনো চিঠিত আগাথাৰ এই মনোভাব সুস্পষ্ট হৈ প্ৰকাশ পাইছিল।

"মোৰ প্ৰিয়তম! যোৱা ৰাতি আমি এৰা-এৰি হওঁতে তুমি যে মোক তোমাৰ "হৃদয়ৰ ৰাণী" বুলি সম্বোধন কৰিছিলা, সেইটো মই এতিয়াও পাহৰা নাই। যোৱা ৰাতি নিজকে মই কিমান যে সুখী বুলি ভাবিছিলো!... কিমান যে সুখ পাইছিলো, তাক কি বৰ্ণাম। তুমি মোক ভাল পোৱা, তোমাৰ প্ৰেম অকৃত্ৰিম। তোমাৰ সমান যে আজিলৈকে



মোক কোনেও ভাল পোৱা নাই সেই কথা ভাবিয়েই মই আনন্দ পাওঁ। এই আনন্দৰ মাজেদিয়েই মই টোপনি গৈছিলো। তোমাৰ নিচিনা এজন বলিষ্ঠ পুৰুষৰ প্ৰেম বহুমূল্য হীৰা-মুকুতাতকৈয়ো মূল্যবান।...

আন এখন চিঠিত আগাথাই লিখিছিল—

"আমাৰ চৰম অভীষ্ট সিদ্ধি হবলৈ এতিয়াও বাকী। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছো যেন আমাৰ অভীষ্ট সোনকালেই সিদ্ধি হয় আৰু আমি দুয়ো এটা দীঘলীয়া আনন্দময় বৈবাহিক জীৱন যাপন কৰিব পাৰো। মোৰ বিশ্বাস আমাৰ বৈবাহিক জীৱন সুখৰেই হব।......

* * * *

মিঃ ফুল্লামৰ মৃত্যুৰ পিছতেই আগ্ৰা চহৰত আন এখন নাটকৰ অভিনয় আৰম্ভ হয়। এই অভিনয়ত যি হত্যাকাণ্ড ঘটি গল, সেই হত্যাকাণ্ড মিঃ ফুল্লামৰ হত্যাতকৈয়ো বেচি নিষ্ঠুৰ, বেচি হৃদয়হীন।...

লেফটেনেণ্ট ক্লাৰ্ক আৰু মিছেছ ক্লাৰ্কৰ বৈবাহিক জীৱন কোনোদিনেই সুখৰ নাছিল। নানা নিৰ্য্যাতন, নানা অপমান নীৰবে সহি মিছেছ ক্লাৰ্কে স্বামীৰ লগত দিন কটাইছিল। আন কি, তেওঁৰ স্বামীয়ে যে তেওঁৰ প্ৰাণনাশ কৰিবৰ কাৰণে বহুবাৰ বিহ প্ৰয়োগ কৰিবৰ চেষ্টা কৰি আছিল সেই কথাও মিছেছ ক্লাৰ্কে জানিছিল। কিন্তু লৰা-ছোৱালী কেইটাৰ মুখলৈ চাই মিছেছ ক্লাৰ্কে সকলো অত্যাচাৰ নীৰবে মূৰ

পাতি লৈছিল ! স্বামীৰ লগৰ পৰা আতৰি থাকিবৰ চেষ্টাও কোনো দিনেই নকৰিলে।

লেফটেনেণ্ট ক্লাৰ্কেও কণ্টক স্বৰূপ মিছেছ ক্লাৰ্কক আঁতৰাবৰ কাৰণে চাকৰৰ যোগে মিছেছ ক্লাৰ্কক বহুবাৰ বিহ খুৱাবৰ চেষ্টা কৰিও নানা কাৰণত কৃতকাৰ্য্য হব নোৱাৰি প্ৰায় হতাশ হৈ পৰিছিল।

মিছেছ ক্লাৰ্ক জীয়াই থাকেমানে যে লেফটেনেণ্ট ক্লাৰ্কৰ লগত তেওঁৰ বিয়া হোৱা অসম্ভব, এই কথা আগাথাই ভালকৈ বুজিছিল। প্ৰণয়-পথৰ বিঘিনি মিছেছ ক্লাৰ্কক দূৰ কৰিবৰ কাৰণে উপায় চিন্তি আগাথাও ব্যাকুল হৈ পৰিল। ..

মিছেছ ক্লাৰ্কক বিহ খুৱাবলৈ অসমৰ্থ হৈ লেফটেনেণ্ট ক্লাৰ্কেও দিনে ৰাতিয়ে আন এটা উপায় চিন্তা কৰিবলৈ ধৰিলে। কাৰণ মিছেছ ক্লাৰ্কক আঁতৰাব নোৱাৰালৈকে যে আগাথাৰ লগত তেওঁৰ বিয়া হব নোৱাৰে, সেই কথা লেফটেনেণ্ট ক্লাৰ্কেও বুজিছিল।

* * * *

শেষত ক্লাৰ্কে, মিছেছ ক্লাৰ্কক হত্যা কৰি হলেও, তেওঁৰ প্ৰণয়-পথ সুগম কৰিবৰ সিদ্ধান্ত কৰি এক অমানুষিক ষড়যন্ত্ৰ আৰম্ভ কৰিলে ....

লেফটেনেণ্ট ক্লাৰ্কে মিছেছ ক্লাৰ্কক হত্যা কৰিবৰ কাৰণে আগ্ৰা চহৰৰ (১) বুদ্ধু (২) বুদ্ধ (৩) ছুক্‌খা (৪) মোহন আৰু (৫) ৰামলাল নামৰ পাচোটা গুণ্ডা নিযুক্ত কৰে। এই গুণ্ডা



পাঁচোটাৰ ভিতৰত বুদ্ধু বোলা মানুহটো এসময়ত লেফটেনেণ্ট ক্লাৰ্কৰ চাকৰ আছিল আৰু সেই সময়তেই লেফটেনেণ্ট ক্লাৰ্কৰ পৰামৰ্শ মতে মিছেছ ক্লাৰ্কক বিহ খুৱাবলৈ সিয়েই বহুবাৰ চেষ্টা কৰিছিল। কিন্তু খোৱা-বোৱা সম্পৰ্কে মিছেছ ক্লাৰ্ক নিজে বৰ সাৱধান হোৱাত তেওঁক বিহ খুৱাবলৈ বুদ্ধ অসমৰ্থ হয়।

লেফটেনেণ্ট ক্লাৰ্কে এই গুণ্ডা পাঁচোটাক দুশ টকা দিবৰ প্ৰতিশ্ৰুতি দি এশ টকা অগ্ৰিম আদায় দিয়ে। বাকী এশ টকা সকলো কাম শেষ হৈ যোৱাৰ পিছত দিবলৈ গাত লয়। অগ্ৰিম দিয়া টকা শ আগাথাই নিজে এখন চেক দি আদায় কৰি দিছিল। ..

সকলো আয়োজন সম্পূৰ্ণ হোৱাৰ পিছত, ১৯১২ চনৰ নবেম্বৰ মাহত এদিন ৰাতি এই গুণ্ডা পাঁচোটা ক্লাৰ্কৰ বঙলাত উপস্থিত হলহি। গুণ্ডাকেইটাৰ উপস্থিতিৰ লগে লগেই, আগলৈ নিজকে নিৰপৰাধী প্ৰমাণ কৰিবৰ অভিপ্ৰায়েই, পূৰ্ব্বৰ বন্দবস্ত মতে, কোনোবা এজন বন্ধুক দেখা কৰিব লাগে বুলি ক্লাৰ্ক নিজে ঘৰ এৰি থৈ, ৰেলৰ ষ্টেচন পালেগৈ।

আচলতে ষ্টেচনত ক্লাৰ্কৰ কোনো কাম নাছিল। কিন্তু মানুহক দেখুৱাবৰ কাৰণেই ষ্টেচনত কিছু সময় থাকি মাজ ৰাতি ক্লাৰ্ক আকৌ ঘৰলৈ উভতিল। .....ঘৰত উপস্থিত হৈয়ে মিছেছ ক্লাৰ্কক হত্যা কৰা খবৰ পাবৰ কাৰণে লেফটেনেণ্ট

ক্লাৰ্ক প্ৰস্তুত হৈ আছিল। কিন্তু ঘৰ পায়েই অস্বাভাৱিক একো নেদেখি, চাৰিও ফালে সকলো আগৰদৰেই নিস্তব্ধ দেখি ক্লাৰ্ক আচৰিত হল।

তেওঁ আশা কৰাৰ দৰে কোনো কাম নোহোৱাত ক্লাৰ্ক হতাশ হৈ পৰিল।·····লেফটেনেণ্ট ক্লাৰ্কৰ কুকুৰ এটাৰ ভুকনি শুনি, ভয়ত সেই গুণ্ডা পাঁচোটা মনে মনে চুক এটাত লুকাই থকা ক্লাৰ্কে গম পালে। কিন্তু ক্লাৰ্কে অলপো সময় নষ্ট নকৰি নিজৰ বিছনাখনৰ পৰা বিছনা চাদৰ এখন আনি চাদৰখনেৰে কুকুৰটো মেৰিয়াই বাহিৰৰ ঘৰ এটাত কুকুৰটো বন্ধ কৰি থলে।······

* * * *

কোনো বিপদৰ আশঙ্কা নকৰি, নিশ্চিন্ত মনে, লগত ছোৱালী এজনী লৈ, মিছেছ ক্লাৰ্ক তেওঁৰ খোটালীটোত শুই আছিল।···ৰাতি প্ৰায় দুটামান বজাত এই দুৰ্ব্বৃত্ত পাঁচোটা মিছেছ ক্লাৰ্কৰ খোটালীটোলৈ সোমাই গল। টোপনিত অচেতন, নিৰপৰাধীৰ প্ৰতি দুৰ্ব্বৃত্তহঁতৰ অন্তৰত কৰুণা নহল। হাতত থকা চোকা তৰোৱালৰে মিছেছ ক্লাৰ্কক আক্ৰমণ কৰি মিছেছ ক্লাৰ্কৰ অকণমান মূৰটো খণ্ড বিখণ্ড কৰাৰ বাহিৰেও দুৰ্ব্বৃত্তহঁতে মিছেছ ক্লাৰ্কৰ কোমল দেহটোৰ আন আন কেবা ঠাইতো আঘাত কৰি গোটেই দেহটো বিকৃত কৰি পেলালে। লেফটেনেণ্ট ক্লাৰ্কে বাঞ্ছা কৰা নাছিল বুলিয়েই দুৰ্ব্বৃত্তহঁতে মিছেছ ক্লাৰ্কৰ কন্যাৰ গাত হাত নিদিলে······



আচল উদ্দেশ্য সিদ্ধি কৰি উঠি, গুণ্ডা পাঁচোটাই, লেফটে-নেণ্ট ক্লাৰ্কৰ ঘৰত ডকাইতি হৈয়ে যে মিছেছ ক্লাৰ্কৰ মৃত্যু ঘটিছে, সেই কথা প্ৰমাণ কৰিবৰ কাৰণেই তেওঁৰ ঘৰৰ বাকচ, আলমাৰি প্ৰভৃতি মেলি, ভিতৰৰ বস্তু-বাহানিবোৰ বাহিৰলৈ উলিয়াই আনি, চাৰিওফালে বস্তুবোৰ সিচৰিত কৰি থৈ গুণ্ডাকেইটা ঘৰৰ পৰা বাহিৰ হৈ গল। কিন্তু কোনো বস্তুৰেই গুণ্ডাহঁতে লৈ নগল।······

* * * *

লেফটেনেণ্ট ক্লাৰ্কৰ ঘৰৰ এই লোমহৰ্ষক হত্যাকাণ্ডত আগ্ৰাবাসী চক্‌খাই উঠিল। লগে লগেই পুলিচ তদন্তও আৰম্ভ হল।······পুলিচেও আৰম্ভণিৰে পৰা এই ডকাইতি আৰু হত্যাকাণ্ড সহজভাবে গ্ৰহণ কৰিব পৰা নাছিল। এই অমানুষিক ঘটনাৰ অন্তৰালত আন কিবা কথা লুকাই আছে বুলিয়েই পুলিচৰো সন্দেহ হৈছিল। কাৰণ লেফটেনেণ্ট ক্লাৰ্ক আৰু আগাথাৰ মাজৰ অবৈধ প্ৰণয়ৰ কথা এই ঘটনাৰ কিছুদিনৰ আগৰে পৰা আগ্ৰা চহৰৰ প্ৰায় মানুহৰেই এটা আলোচ্য বিষয় হৈ পৰিছিল। মিছেছ ক্লাৰ্ক আৰু লেফটে-নেণ্ট ক্লাৰ্কৰ দাম্পত্য জীৱন যে অলপো সুখৰ নাছিল, সেই কথাও আগ্ৰাবাসী বহুতেই গম পাইছিল। এই দুটা বিশেষ কাৰণৰ বাহিৰেও, আন কিছুমান ঘটনাৱলীয়েও, পুলিচৰ সন্দেহ বঢ়াই তুলিলে। সেই ঘটনাৱলীৰ ভিতৰত তলত দিয়া কেইটাই প্ৰধান আছিল।

(১) ডকাইতি হোৱাৰ সময়ত কোনো কুকুৰে ক্লাৰ্কৰ ঘৰত ভুকা নাছিল ;

(২) লেফটেনেণ্ট ক্লাৰ্কৰ বিছনা চাদৰখন সেই ৰাতি তেওঁৰ বিছনাত নাছিল।

(৩) লেফটেনেণ্ট ক্লাৰ্কে এটা জবানবন্দী কৰোঁতে কয় যে তেওঁ সেই ৰাতি তেওঁৰ এজন বন্ধুক দেখা কৰিবৰ কাৰণে আগ্ৰা ষ্টেচনলৈ যায়। সেই বন্ধুজন সেই ৰাতি দিল্লীৰ পৰা বোম্বাই চহৰলৈ ৰেল যোগে গৈছিল।

দিল্লীৰ পৰা ৰেল যোগে বোম্বাইলৈ যাওঁতে যে বাটত আগ্ৰা ষ্টেচন পাব নোৱাৰে, সেই কথা জবানবন্দী কৰোঁতে ক্লাৰ্কে পাহৰি গল।

কিছুদিন তদন্ত কৰাৰ পিছত সেই বছৰৰ নবেম্বৰ মাহত লেফটেনেণ্ট ক্লাৰ্কক পুলিচে গ্ৰেপ্তাৰ কৰে।······কিন্তু মিঃ ফুল্লামৰ পৰিবাৰ আগাথাৰ ঘৰ খানাতালাচ নকৰাকৈ যে এই তদন্ত কাৰ্য্য সম্পূৰ্ণ হব নোৱাৰে, সেই কথা বুজি পুলিচেও ক্লাৰ্কক গ্ৰেপ্তাৰ কৰাৰ কেইদিনমানৰ পিছতেই আগাথাৰ ঘৰ খানাতালাচ কৰে।······আগাথাৰ ঘৰ খানাতালাচ কৰি একো বস্তু নাপাই, আগাথাৰ ঘৰৰ ভিতৰৰ পৰা বাহিৰলৈ বুলি ওলাই আহোঁতেই হঠাৎ এবাৰ বিছনা এখনৰ তলত থকা বাকচ এটাত পুলিচৰ চকু পৰে। বাকচটো চাবলৈ পুলিচৰ কৌতুহল হল। বিছনাৰ তলৰ পৰা বাকচটো টানি আনি মেলি চাওঁতেই ভিতৰত কিছুমান চিঠি দেখিলে। কিন্তু



সেইবোৰ কাৰ চিঠি, কোনে দিয়া চিঠি, জানিবৰ কাৰণে যেতিয়া এখন দুখনকৈ চিঠিবোৰ পঢ়ি চালে, পুলিচৰ চকুৰ আগৰ পৰা এচটা কলা ডাৱৰ আকস্মিক ভাবে আঁতৰি গল। মুহূৰ্ত্ততে ক্লাৰ্ক আৰু আগাথাৰ ভীষণ ষড়যন্ত্ৰ পুলিচৰ আগত ফটফটিয়া হৈ দেখা দিলেহি। বাকচটোত সৰ্ব্ব মোট চাৰিশ খন চিঠি আছিল। সেই আটাইবোৰেই আগাথাই ক্লাৰ্কলৈ দিয়া প্ৰেম-পত্ৰ।

পুলিচে তেওঁৰ ঘৰ খানাতালাচ কৰিব পাৰে বুলি সন্দেহ কৰিয়েই ক্লাৰ্কেও আগাথাই তেওঁলৈ দিয়া এই আটাইবোৰ চিঠি তেওঁৰ নিজৰ চৰকাৰী কাগজ-পত্ৰ অনা নিয়া কৰা বাকচ এটাত ভৰাই, খানাতালাচৰ আগে আগেই আগাথালৈ পঠিয়াই দিছিল। আগাথায়ো বিশেষ কোনো বিপদৰ আশঙ্কা নকৰিয়েই চিঠিবোৰ ৰখাই থৈছিল। কিন্তু ঈশ্বৰৰ ইচ্ছা আন ৰকম হোৱাত, এই চিঠিবোৰ অভাৱনীয় ৰূপেই পুলিচৰ হস্তগত হয়।······

লেফটেনেণ্ট ক্লাৰ্কে এই চিঠিবোৰ নষ্ট নকৰি কিয় ৰখাই থৈছিল সেই কথা বুজা টান। কাৰণ নৰহত্যা অপৰাধত লেফটেনেণ্ট ক্লাৰ্কক অভিযুক্ত কৰিবৰ কাৰণে এই চিঠিবোৰেই যথেষ্ট আছিল। এই চিঠিবোৰ নোপোৱা হলে আন আন প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি লেফটেনেণ্ট ক্লাৰ্কক এই ঘটনাত সংশ্লিষ্ট কৰা পুলিচৰ পক্ষে টান হলহেঁতেন।···

সেই চনৰ ডিচেম্বৰ মাহত আগাথাকো পুলিচে গ্ৰেপ্তাৰ কৰে।

আগাথাৰ গ্ৰেপ্তাৰৰ কেইদিনমানৰ পিছতেই ডাক্তৰৰ পৰীক্ষাৰ কাৰণে মিঃ ফুল্লামৰ মৃতদেহ তেওঁৰ কবৰৰ পৰা পুলিচে খান্দি উলিয়ায়। কেবামাহ হৈ যোৱা সত্বেও, মিঃ ফুল্লামৰ দেহ "আৰছেনিক" বিহৰ গুণতেই জহি খহি নগৈ তেতিয়াও প্ৰায় ভাল হৈয়ে আছিল। ডাক্তৰে মিঃ ফুল্লামৰ দেহ পৰীক্ষা কৰি তেওঁৰ দেহত "আৰছেনিক" বিহ প্ৰয়োগ কৰা প্ৰমাণ পায়।

* * * *

ইংৰাজী ১৯১৩ চনৰ ফেব্ৰুৱাৰী মাহত ষড়যন্ত্ৰ কৰি মিঃ ফুল্লামক হত্যা কৰা অপৰাধত অভিযুক্ত হৈ ক্লাৰ্ক আৰু আগাথাৰ ছেছন আদালতত বিচাৰ হয়। সেই বিচাৰত, ঘটনা সম্পৰ্কে সকলো সাক্ষ্য প্ৰমাণ হৈ যোৱাৰ পিছত ক্লাৰ্কেও ঘটনাৰ বিষয়ে সকলো কথা স্বীকাৰ কৰি এটা জবানবন্দী কৰে। সেই জবানবন্দীত আন আন কথাৰ মাজত তলত দিয়া কথা কেইটাও ক্লাৰ্কে জজ আৰু জুৰীসকলৰ আগত কয়—

"এই অপৰাধৰ বাবে মই নিজেই একমাত্ৰ দায়ী। আগাথাই যি কৰিছিল সেই সকলোবোৰ মোৰ বুদ্ধি আৰু পৰামৰ্শ মতেই কৰিছিল। আগাথাৰ নিজস্ব বুলিবলৈ আচলতে একো নাছিল। মই যিহকে কৰিবলৈ কৈছিলো চকু মুদি আগাথায়ো তাকেই কৰি গৈছিল। অৱশ্যে এইটো মোৰ প্ৰভাৱৰ কাৰণেই হৈছিল।...মিঃ ফুল্লামক বধ কৰা উদ্দেশ্য



কোনোদিনেই মোৰ নাছিল।...অলপ অলপকৈ বিহ খুৱাই তেওঁক অসুস্থ কৰাই মোৰ ইচ্ছা আছিল। কাৰণ, অসুস্থ হলেই দীঘলীয়া ছুটী লৈ মিঃ ফুল্লাম হাৱা-পানী পৰিবৰ্ত্তন কৰিবৰ কাৰণে নিশ্চয় ভাৰতবৰ্ষ এৰি আন ঠাইলৈ যাব বুলিয়েই মই বিশ্বাস কৰিছিলো।..."

আগাথায়ো, মিঃ ফুল্লামক বধ কৰা উদ্দেশ্য নাছিল বুলিয়েই আদালতত উক্তি কৰে। মিঃ ফুল্লামক অসুস্থ কৰাই তেওঁৰো প্ৰধান উদ্দেশ্য আছিল।

কিন্তু জজ আৰু জুৰী সকলে তেওঁলোকৰ এই উক্তি সত্য বুলি গ্ৰহণ নকৰিলে। তিনদিন বিচাৰ হোৱাৰ পিছত, ক্লাৰ্ক আৰু আগাথাক দোষী সাব্যস্ত কৰি জজে ফাঁচিৰ হুকুম দিয়ে।

* * * *

এই বিচাৰত মিঃ ফুল্লামৰ জীয়েক কেথেলিনে মাক আৰু ক্লাৰ্কৰ বিৰুদ্ধে সাক্ষী দিয়ে। মৃত্যুৰ আগে আগে মিঃ ফুল্লামে কেনেকৈ আশীৰ্ব্বাদ দিছিল সেই কথাও কেথেলিনে আদালতত জনায়।...মিঃ ফুল্লামৰ মৃত্যুৰ সময়ত আগাথা পকাঘৰত আছিল। মিঃ ফুল্লামৰ যন্ত্ৰণা দেখি, জীয়েকে মাকক মাতি আনিব নে কি বুলি এবাৰ মিঃ ফুল্লামক প্ৰশ্ন কৰিলে। কিন্তু জীয়েকৰ এই প্ৰশ্নৰ উত্তৰত মিঃ ফুল্লামে সেহাই সেহাই যি কেইটা কথা কলে সেই কথা কেইটা আজিও সমানেই হৃদয়-বিদাৰক

"থাওক দে সোনাই, তাইক চাবৰ মোৰ আৰু ইচ্ছা নাই।......"

গ্রেপ্তাৰ হোৱাৰ পিছৰে পৰা, শাস্তি নোহোৱাকৈ কেনেকৈ সাৰিব পাৰি তাৰ উপায় চিন্তা কৰি আগাথা অস্থিৰ হৈ পৰিছিল। বিচাৰ হোৱাৰ কেইদিনমানৰ আগতে আগাথাই জজলৈ এখন দখাস্ত দি সেই দৰ্খাস্তত নিজৰ মানসিক অশান্তিৰ কথা উল্লেখ কৰি, দুয়োটা হত্যাকাণ্ডৰ সকলো বিবৰণ আদালতত জনাবৰ কাৰণে নিজে এজন সাক্ষী হোৱা কথা প্রস্তাৱ কৰে। কিন্তু তেওঁৰ এই দৰ্খাস্ত আদালতে মঞ্জুৰ নকৰিলে।

মিঃ ফুল্লামক হত্যা কৰা অপৰাধৰ বাবে হোৱা বিচাৰৰ কেইদিনমানৰ পিছতেই, মিছেছ ক্লাৰ্কক হত্যা কৰাৰ কাৰণে সেই চনৰ মাৰ্চ মাহত দ্বিতীয় বিচাৰ আৰম্ভ হয়। সেই বিচাৰত ক্লাৰ্ক আৰু আগাথাৰ বাহিৰেও (১) বুদ্ধু (২) ৰামলাল (৩) ছুক্‌খা আৰু (৪) মোহন নামৰ গুণ্ডা চাৰিটাও আচামী ভুক্ত হয়।

এই বিচাৰত ক্লাৰ্ক আৰু আগাথাই দোষ স্বীকাৰ কৰাত জজে মিছেছ ক্লাৰ্কক হত্যা কৰা বাবে এওঁলোক দুয়োকো ফাঁচিৰ হুকুম দিয়ে।

বুদ্ধু নামৰ লেফটেনেণ্ট ক্লাৰ্কৰ চাকৰটোৱে তাৰ দোষ স্বীকাৰ কৰি গোটেই ঘটনাটো জানিবলৈ দিয়াত তাৰ অপৰাধ ক্ষমা কৰি চৰকাৰে তাক সাক্ষী ভুক্ত কৰে ( Approver )।



বাকী গুণ্ডা চাৰিটাৰ ভিতৰৰ মোহন, ছুক্‌খা আৰু বুদ্ধৰ ফাঁচিৰ হুকুম হয়। ৰামলাল নামৰ চতুৰ্থ গুণ্ডাটোক বিচাৰক সকলে সন্দেহৰ ওপৰত এৰি দিয়ে।......

সকলো ঈশ্বৰৰ মহিমা। আগাথাৰ বাহিৰে ক্লাৰ্ক, মোহন, ছুক্‌খা আৰু বুদ্ধৰ ফাঁচি হৈ গল। আগাথা সগৰ্ভা আছিল বুলিয়েই বাকীবোৰৰ দৰে আগাথাৰ ডিঙিত ফাঁচ জৰি নালাগিল। আগাথাৰ গৰ্ভত থকা সন্তানটো ৰক্ষা কৰিবৰ কাৰণেই ফাঁচিৰ হুকুম ৰদ কৰি জজে আগাথাক যাবজ্জীৱন কাৰাদণ্ডৰ হুকুম দিয়ে। আগাথা নমৰিল কিন্তু এটা ঘৃণিত জীৱন যাপন কৰি জেলখানাৰ ভিতৰত আগাথাই দিন কটাবলৈ ধৰিলে...এলাহাবাদৰ নাইনী নামৰ জেলত থাকোঁতেই আগাথাৰ এটা সন্তান জন্ম হয়। কিন্তু, ভগবানৰেই কিবা ইচ্ছা—এই জাৰজ সন্তানটো প্রতিপালন কৰিবৰ কাৰণে আগাথা বেচি দিন জীয়াই নাথাকিল। ইং ১৯১৪ চনৰ মে মাহত নাইনী জেলতেই আগাথাৰো মৃত্যু হয়।......

চাওঁতে চাওঁতেই চকুৰ আগত, দুটা বিশিষ্ট পৰিয়াল, দুখন সংসাৰ, অবৈধ প্রণয়ৰ অমাৰ্জ্জনীয় অপৰাধৰ ফলতেই ধ্বংস হৈ গল।

---

# সুন্দৰী মমতাজ বেগমৰ প্ৰণয়-পাশত মহাৰজা টুকাজীৰাও হোলকাৰ।

ইংৰাজী ১৯২৫ চনৰ জানুৱাৰী মাহৰ ১২ তাৰিখৰ আগলৈকে ইন্দোৰৰ মহাৰজা টুকাজীৰাও হোলকাৰ যে মমতাজ বেগম নামৰ এজনী সুন্দৰী নাচনী ছোৱালীৰ প্ৰণয়-পাশত আবদ্ধ হৈ আছিল, সেই কথা ভাৰতবৰ্ষৰ কোনেও জনা নাছিল। কিন্তু বোম্বাই চহৰৰ বিশিষ্ট নাগৰিক আব্দুল কাদিৰ বাওলাক বোম্বাই চহৰৰ বিখ্যাত মালাবাৰ হিলত গুলি কৰি হত্যা কৰাৰ পিছতেই এই প্ৰণয় কাহিনীৰ কথা প্ৰথম জনসাধাৰণৰ দৃষ্টিগোচৰ হয়।

এই হত্যাকাণ্ডৰ আগলৈকে মমতাজ বেগম কোন, কৰ, ভাৰতবৰ্ষৰ কোনো মানুহেই জনা নাছিল। যি দুই এজনৰ লগত পৰিচয় আছিল তেওঁলোকেও মমতাজ বেগমক অমৃতচৰৰ এজনী ৰূপহী নাচনী ছোৱালী বুলিয়েই জানিছিল।

মমতাজ বেগমৰ মাক উজীৰ বেগম নিজেও এগৰাকী সুপ্ৰসিদ্ধা গায়িকা আৰু নাচনী আছিল। পৰৰ চিত্ত-বিনোদ কৰি পোহ-পাল যোৱাই এওঁলোকৰ বংশগত বৃত্তি আছিল। সেই কাৰণেই উজীৰ বেগমেও, ৰূপহী জীয়েকক অতি যত্নেৰে



নাচ-গান শিকাই, নাচ-গানত পাৰ্গত কৰিবলৈ সদায় চেষ্টা কৰি আহিছিল। সুবিধা পালেই ৰজা-মহাৰজা সকলৰ আগত জীয়েকৰ নাচ-গান দেখুৱাই অৰ্থোপাৰ্জ্জন কৰাৰ বাহিৰেও, জীয়েকৰ গুণৰাশিত উজীৰ বেগমে নিজেও আনন্দ লাভ কৰিছিল।...

এইদৰে নাচ-গান দেখুৱাই ফুৰা অৱস্থাতে এবাৰ মাক-জীয়েক দুয়ো ইন্দোৰৰ মহাৰজাৰ দৃষ্টি আকৰ্ষণ কৰে। ইংৰাজী ১৯১৭ চনত মহাৰজাই মাক-জীয়েক দুয়োকো এটা মাহিলী বৃত্তি দি গায়িকা নিযুক্ত কৰে আৰু নিজৰ তত্বাৱধানলৈ আনে। কিন্তু অলপ দিন যোৱাৰ পিছতেই, মমতাজ বেগমৰ অপৰূপ সৌন্দৰ্য্যত মোহিত হৈ মহাৰজাই মমতাজক তেওঁৰ উপপত্নী হিচাবে গ্ৰহণ কৰে। ইয়াৰ পিছত, মাক-জীয়েক যাতে তেওঁৰ লগৰ পৰা আন ঠাইলৈ আঁতৰি যাব নোৱাৰে, তাৰ কাৰণেও মহাৰজাই মাক-জীয়েকৰ ওপৰত তীক্ষ্ণ পাহাৰাৰ ব্যৱস্থা কৰি মানুহ নিযুক্ত কৰিলে।

এইদৰে মমতাজ বেগমক উপপত্নী কৰি ৰখোৱাৰ প্ৰায় দুবছৰৰ পিছত, মমতাজ বেগম আৰু উজীৰ বেগমক লগত লৈ মহাৰজা এবাৰ বোম্বাই চহৰত উপস্থিত হয়হি। মমতাজ বেগম আৰু উজীৰ বেগমক এটা সুকীয়া ঘৰত থৈ মহাৰজা নিজে বোম্বাই চহৰৰ বিখ্যাত তাজমহল হোটেললৈ যায়।

মমতাজ বেগমক মাকৰ পৰা আঁতৰাই ৰাখিবৰ কাৰণে মহাৰজাই সদায় চেষ্টা কৰি আহিছিল ; কিন্তু কোনো সুবিধা

কৰিব পৰা নাছিল। বোম্বাই চহৰত থকাৰ ভিতৰতে এদিন মহাৰজাই তেওঁৰ মেনেজাৰ শঙ্কৰ ৰাওক পঠিয়াই দি চিনেমা দেখুৱাবৰ কাৰণে মমতাজ বেগমক মাকৰ লগৰ পৰা আঁতৰাই আনে। আচলতে, মমতাজক চিনেমা দেখুৱাবৰ উদ্দেশ্য মহাৰজাৰ নাছিল। মাকৰ লগৰ পৰা মমতাজক আঁতৰাই আনিবৰ ফন্দি পাতিয়েই মহাৰজাই এই মিছা উক্তি কৰি মমতাজক সেই দিনা মাকৰ লগৰ পৰা আঁতৰাই আনে আৰু মাকে গম নোপোৱাকৈ মনে মনে ইন্দোৰলৈ পঠিয়াই দিয়ে।

মমতাজ উভতি নহা দেখি মাক চিন্তিত হৈ পৰিল। মহাৰজাই যে মমতাজক আঁতৰাই ৰাখিবৰ কাৰণে সদায় চেষ্টা কৰি আহিছিল, সেই কথাও উজীৰ বেগমে গম পাইছিল। উজীৰ বেগম হতাশ হৈ পৰিল। মহাৰজাই মমতাজক ইন্দোৰলৈ পঠিয়াই দিয়াৰ পিছত, উজীৰ বেগমে তেওঁৰ ১৩ বছৰীয়া জীয়েক মমতাজক শঙ্কৰ ৰাওয়ে তেওঁৰ তত্ত্বাবধানৰ পৰা ফুচুলিয়াই নিয়া বুলি উক্তি কৰি বোম্বাই চহৰৰ পুলিচ কমিচনাৰৰ ওচৰত এখন দৰ্খাস্ত দিয়ে। উক্ত দৰ্খাস্ততে উজীৰ বেগমে জীয়েক মমতাজ বেগমক পুনৰ তেওঁৰ তত্ত্বাবধানত দিবৰ কাৰণেও পুলিচক আবেদন জনায়। উক্ত দৰ্খাস্ত পোৱাৰ পিছত বোম্বাই চহৰৰ পুলিচে শঙ্কৰ ৰাওক গ্ৰেপ্তাৰ কৰে। কিন্তু মমতাজ বেগমৰ বয়স সম্পৰ্কে কোনো সন্তোষজনক প্ৰমাণ নোপোৱাত, শেষত পুলিচে শঙ্কৰ ৰাওক এৰি দিয়ে। উজীৰ বেগমৰ দৰ্খাস্তই কোনো ফল নধৰিলে।



মমতাজ বেগমো মাকৰ পৰা আঁতৰি মহাৰজাৰ আশ্ৰয়তেই থাকিবলৈ ধৰিলে।...

ইয়াৰ কিছুদিনৰ পিছত, ইং ১৯২১ চনত, ইন্দোৰৰ মহাৰজা ইংলণ্ডলৈ যায়। মহাৰজা যোৱাৰ কেইদিনমানৰ পিছতেই মহাৰজাৰ মেনেজাৰ শঙ্কৰ ৰাওৰ লগত কমলাবাঈ নাম লৈ মমতাজ বেগমো বিলাতলৈ যাত্ৰা কৰে। বিলাতলৈ যোৱাৰ সময়ত মাকে গম নোপোৱাকৈ বোম্বাই চহৰৰ চৌপাত্তি নামৰ ঠাই এডোখৰৰ ঘৰ এটাত মমতাজ বেগম কেইদিনমানলৈ আছিলহি।......মাকে জীয়েক বিলাতলৈ যাবলৈ অহা কথা গম পাই জীয়েকক এই চলতে নিজৰ লগলৈ আনিবৰ উদ্দেশ্যে শঙ্কৰ ৰাওৰ বিৰুদ্ধে পুলিচৰ ওচৰত আকৌ এখন দৰ্খাস্ত দিয়ে।......পুলিচ তদন্ত আৰম্ভ হল। বোম্বাই চহৰৰ নানা ঠাইত বিচাৰি মমতাজক ক'তো নাপাই শেষত বিলাতলৈ যাবলৈ ধৰা জাহাজ এখনত পুলিচে মমতাজ বেগমক লগ ধৰেগৈ। কিন্তু জাহাজৰ পৰা মমতাজক পুলিচে নমাই আনিব নোৱাৰিলে। স্ব-ইচ্ছাই বিলাতলৈ যাত্ৰা কৰিছে বুলি কৈ জাহাজৰ পৰা নামি আহিবলৈ মমতাজে আপত্তি কৰিলে। পুলিচেও মমতাজক নমাই আনিবলৈ বৃথা চেষ্টা নকৰি শেষত, মমতাজক বিলাতলৈ যাবলৈ অনুমতি দিয়ে।

জীয়েকক নিজৰ লগলৈ আনিব নোৱাৰি উজীৰ বেগম হতাশ হৈ পৰিল। নিজকে নিৰাশ্ৰিতা যেন অনুভৱ কৰি

জীয়েক বিলাতলৈ যোৱাৰ কিছুদিনৰ পিছত আশ্ৰয় বিচাৰি, উজীৰ বেগমে শেষত মহম্মদ আলী নামৰ এজন মানুহক বিয়া কৰায়।... ..ইয়াৰ পিছতো, জীয়েকক লগ পাবৰ কাৰণে উজীৰ বেগমে নানা ৰকমে চেষ্টা কৰে কিন্তু কোনো ৰকমেই কৃতকাৰ্য্য হব নোৱাৰিলে।...

বিলাতৰ পৰা ঘূৰি অহাৰ প্ৰায় বছৰেকৰ পিছত মমতাজ বেগমৰ গাত লেঠা হয়। মমতাজৰ একান্ত অনুৰোধ উপেক্ষা কৰিব নোৱাৰিয়েই মহাৰাজেও মাকক আৰু মহম্মদ আলিক কিছুদিনৰ কাৰণে মমতাজৰ লগত থাকিবলৈ হুকুম দিয়ে। কিন্তু লগে লগেই, তেওঁলোকৰ ওপৰত চকু ৰখাবৰ কাৰণেও মহাৰজাই মানুহ নিযুক্ত কৰিলে।......

সময়মতেই মমতাজৰ এজনী ছোৱালী জন্ম হয়। কিন্তু ছোৱালীজনী জন্ম হোৱাৰ অলপ সময়ৰ পিছতেই ছোৱালী-জনী মৰিল বুলি ধাই এজনীয়ে উজীৰ বেগমক খবৰ দিলেহি।......ছোৱালীজনীৰ মৃত্যুটো এটা আকস্মিক ঘটনা। এই ঘটনাত মমতাজ বেগম হতাশ হৈ পৰিল। লগে লগেই মহাৰজাৰ আশ্ৰয় পৰিত্যাগ কৰি আঁতৰি যাবৰ কাৰণে মমতাজে দৃঢ় সংকল্প কৰিলে। কিন্তু মহাৰজাৰ আশ্ৰয় এৰি থৈ মমতাজ আঁতৰি যাব নোৱাৰিলে। মমতাজক বেৰি চাৰিওফালে মহাৰজাৰ প্ৰহৰী—চিপাহি-চন্তৰি।

ইং ১৯২৪ চনৰ ফেব্ৰুৱাৰী মাহত মহাৰজা ভানপুৰা নামৰ এডোখৰ ঠাইলৈ চিকাৰ কৰিবৰ কাৰণে যায়। মহাৰজাৰ



হুকুম মতে এজন বিষয়াৰ তত্বাবধানত মমতাজ বেগম আৰু উজীৰ বেগম ভানপুৰালৈ যাবলৈ বাধ্য হয়। তেওঁলোকে কেইপদমান সাধাৰণ গহনাৰ বাহিৰে, তেওঁলোকৰ বাকী সকলো মূল্যবান গহনা মহাৰজাৰ তত্বাবধানত ইন্দোৰতে এৰি থৈ যায়।......

মমতাজ বেগমে কিছুদিনৰ পৰা অশান্তি কৰি থকা দেখি মহাৰজাই মমতাজে ইচ্ছামতে ইন্দোৰলৈ যাব পাৰে বুলি ভানপুৰাত থাকোঁতেই এটা হুকুম দিয়ে। কিন্তু মহাৰজাই এই বিষয়ে কোনো লিখিত হুকুম নিদিয়াত মহাৰজাৰ আশ্ৰয় এৰি থৈ মমতাজ আঁতৰি যাব নোৱাৰিলে। ভানপুৰাত কিছুদিন থকাৰ পিছত মহাৰজাই মমতাজক মুছৰীলৈ যাবৰ কাৰণে আকৌ এটা নতুন হুকুম দিয়ে।

মহাৰজাৰ এই হুকুমৰ লগে লগেই উজীৰ বেগমে বোম্বাই আৰু দিল্লীৰ পুলিচৰ সহায় বিচাৰি দুখন দৰ্খাস্ত দিয়ে। কিন্তু এই দৰ্খাস্তৰ ফল নৌ-ধৰোঁতেই, মুছৰীলৈ বুলি যাত্ৰা কৰি আহি, মাক জীয়েক দুয়ো, ইং ১৯২৪ চনৰ মাৰ্চ্চ মাহত দিল্লী চহৰত উপস্থিত হবলৈ বাধ্য হয়। দিল্লী পায়েই তেওঁলোকে সহায় বিচাৰি বৰলাটলৈ ( Viceroy ) আৰু দিল্লীৰ পুলিচ কমিচনাৰলৈ দুখন টেলিগ্ৰাম দিয়ে। ইয়াৰ পিছত তেওঁলোক মুছৰীলৈ যাবলৈ আপত্তি কৰি অমৃতচৰলৈ যোৱা প্ৰস্তাব কৰে। কিন্তু, তেওঁলোকৰ লগত অহা মহাৰজাৰ বিষয়াজনে, এই প্ৰস্তাব অগ্ৰাহ্য কৰি বলেৰে তেওঁলোকক মুছৰীলৈ নিবৰ

কাৰণে চেষ্টা কৰি ৰেলতেই এটা গোলমালৰ সৃষ্টি কৰিলে। গোলমাল শুনি ৰেলৰ পুলিচ কাষ চাপি আহিল। শেষত, ৰেলৰ পুলিচৰ সহায়ত মমতাজ বেগম আৰু উজীৰ বেগম মুছৰীলৈ নগৈ, অমৃতচৰলৈ যাবলৈ সমৰ্থ হয়! ·····অমৃতচৰ পায়েই উজীৰ বেগমে মহাৰজালৈ এখন টেলিগ্ৰাম দিয়ে আৰু সহায় বিচাৰি অমৃতচৰৰ পুলিচলৈ দখাস্ত কৰে।

মহাৰজাৰ ইচ্ছাৰ বিৰুদ্ধেই মাক আৰু জীয়েক অমৃতচৰত থাকিবলৈ ধৰিলে। তেওঁলোকৰ আচৰণত মহাৰজা ক্ষুব্ধ হৈ উঠিল। ভয় দেখুৱাই হলেও মমতাজক ইন্দোৰলৈ আনিবৰ কাৰণে মানুহ লগালে। কিন্তু মমতাজক মহাৰজাই আনিব নোৱাৰিলে। ইন্দোৰলৈ উভটি আহিবৰ কাৰণে মমতাজো মান্তি নহল। আন উপায় নেদেখি, শেষত, মমতাজক ধৰি আনিবৰ কাৰণে মহাৰজাই ষড়যন্ত্ৰ আৰম্ভ কৰিলে।······

অমৃতচৰত থাকোঁতে বিহাৰীলাল নামৰ এটা মানুহৰ লগত উজীৰ বেগমৰ স্বামী মহম্মদ আলিৰ চিনাকি হয়। এই বিহাৰীলাল আচলতে কোন তেওঁলোকে জনা নাছিল। বিহাৰীলালে দিয়া পৰিচয়ৰ পৰা, বিহাৰীলালৰ দিল্লীত আৰু বোম্বাই চহৰত গৰম কাপোৰৰ দোকান আছে বুলি তেওঁলোকে জানিব পাৰিলে। ইয়াৰ বাহিৰেও বিহাৰীলালৰ মুখৰ পৰা তেওঁৰ এজন ভায়েক বেৰিষ্টাৰ আৰু বুলাকিদাস নামৰ আন এজন ভায়েক ৰেলৰ ইঞ্জিনিয়াৰ বুলিও তেওঁলোকে গম পালে।······



উজীৰ বেগম আৰু মহম্মদ আলিয়ে মহাৰজাৰ বিৰুদ্ধে গোচৰ কৰিবলৈ স্থিৰ কৰিছিল। তেওঁলোকে গোচৰ সংক্ৰান্ত সকলো কাগজপত্ৰ বিহাৰীলালক দেখুৱাই বিহাৰীলালৰ পৰা পৰামৰ্শ গ্ৰহণ কৰে। বিহাৰীলালেও সেই সকলোবোৰ কাগজ-পত্ৰ তেওঁৰ ভায়েকক দেখুৱাবলৈ গাত লয় আৰু আৱশ্যক হলে গোচৰ চলাবৰ কাৰণে টকা পইছা দি সহায় কৰিবৰ কাৰণেও প্ৰতিশ্ৰুতি দিয়ে।··· ··

বিহাৰীলালৰ পৰামৰ্শ মতেই বিহাৰীলালৰ ৰামলাল নামৰ চাকৰ এটাৰ লগত অমৃতচৰ এৰি মমতাজ বেগম, উজীৰ বেগম আৰু মহম্মদ আলি বোম্বাই চহৰলৈ যাত্ৰা কৰে। বাটত তেওঁলোক কেইদিনমানৰ কাৰণে নাগপুৰত ৰয়। তাৰ পিছত আকৌ বোম্বাই চহৰ অভিমুখে যাত্ৰা কৰি গৈ ভিক্টৰিয়া টাৰমিনাছ নামৰ বোম্বাই চহৰৰ বিখ্যাত ষ্টেচনত ৰেলৰপৰা নামে—তেওঁলোকক আগবঢ়াই নিবৰ কাৰণে বিহাৰীলালৰ ভায়েক বুলাকিদাস নিজে ষ্টেচনত উপস্থিত আছিলহি আৰু তেওঁলোক ৰেলৰপৰা নমাৰ লগে লগেই বুলাকিদাসে তেওঁলোকক বিহাৰীলালহঁতৰ বাসেবা ( Vasseva ) নামৰ ঠাইত থকা ঘৰলৈ লৈ যায়।

বাসেবাত কেইদিনমান থকাৰ পিছত সেই ঠাইডোখৰ যে তেনেই নিৰ্জ্জন, মানুহৰ সমাগম যে তাত কম, এই কথা তেওঁলোকে লক্ষ্য কৰিলে। লাহে লাহে বুলাকিদাস নিজেই যে মহাৰজাৰ এজন অনুচৰ, সেই কথাও তেওঁলোকৰ কাণত

পৰিলহি। ইয়াৰ ওপৰিও, ইন্দোৰৰ মহাৰজাই যে মমতাজক ধৰি নিবৰ কাৰণে বহু মানুহ নিযুক্ত কৰিছে আৰু তেওঁলোক নানাভাবে জুলুম কৰি বিপদগ্ৰস্ত কৰিবৰ কাৰণেও চেষ্টা কৰিছে, সেই কথাও কোনোবাই তেওঁলোকৰ কাণত পেলালেহি। শেষত তেওঁলোকে বুলাকিদাসৰ শত অনুৰোধ আওকাণ কৰিও, বাসেবা পৰিত্যাগ কৰি মদনপুৰা নামৰ আন এখন ঠাইৰ এটা ঘৰত আশ্ৰয় ললেহি।..... ইয়াৰ ভিতৰতে সহায় বিচাৰি বোম্বাইৰ পুলিচৰ লগতো তেওঁলোকে দেখা কৰে। বাসেবাৰ পৰা আঁতৰি যাবলৈ পুলিচেও তেওঁলোকক পৰামৰ্শ দিয়ে।

মদনপুৰাত কেইদিনমান থকাৰ পিছত এদিন ৰাতি ৰাম-লালক লগত লৈ বিহাৰীলাল উজীৰ বেগমৰ ঘৰত উপস্থিত হলহি। উজীৰ বেগমেও ৰাতিটোৰ কাৰণে থাকিবলৈ ঠাই দি মহম্মদ আলিৰ খোটালীটোতেই তেওঁলোককো শুবলৈ দিয়ে।......পিছদিনা পোহৰ হোৱাৰ লগে লগেই নামাজ পঢ়িবৰ কাৰণে মহম্মদ আলি ঘৰৰ পৰা ওলাই গল। কিন্তু তেওঁ বিছনাৰ তলত থোৱা টকা-পইছা আৰু আৱশ্যকীয় কাগজ-পত্ৰখিনি লগত লৈ নগৈ বিছনাৰ তলতে এৰি থৈ যায়।...... তেওঁ বাহিৰ হৈ যোৱা সময়লৈকে বিহাৰীলাল আৰু ৰামলাল টোপনি গৈ আছিল। তেওঁলোকক কোনো আহুকাল নকৰাকৈ আগৰ দৰেই মহম্মদ আলিও নিশ্চিন্ত মনেই খোটালীটোৰপৰা বাহিৰ হৈ গৈছিল।



মহম্মদ আলি আঁতৰি যোৱাৰ লগে লগেই বিহাৰীলালে মহম্মদ আলিৰ বিছনাৰ তলৰ পৰা কিছুমান কাগজ আৰু প্ৰায় ১৫০০৲ টকা হস্তগত কৰি মহম্মদ আলি উভতি অহাৰ আগে আগেই খোটালীটোৰ পৰা বাহিৰ হৈ গল। কিন্তু হঠাৎ মহম্মদ আলিৰ লগত দুৱাৰ মুখত দেখা হওঁতেই বিহাৰীলালে চাহ খাবলৈ যাওঁ বুলি মহম্মদ আলিক ফাঁকি দিলে।...বিহাৰীলালৰ এই উক্তি মহম্মদ আলিয়ে সহজভাবে গ্ৰহণ কৰিব নোৱাৰিলে। মহম্মদ আলিৰ মনত সন্দেহ উপস্থিত হল। লৰালৰিকৈ নিজৰ খোটালীটোলৈ সোমাই গৈ ভিতৰত ৰামলালক কাপোৰ পিন্ধি থকা দেখি সন্দেহ বাঢ়ি উঠিল। বিছনাখন দাঙি চাই কাগজ-পত্ৰবোৰ আৰু টকাখিনি নেদেখি মহম্মদ আলি আচৰিত হল। বিহাৰীলাল আৰু ৰামলালেই সেইবোৰ নিছে বুলি মহম্মদ আলিৰো বিশ্বাস জন্মিল। কাগজপত্ৰ আৰু টকাৰ বিষয়ে ৰামলালক প্ৰশ্ন কৰোঁতে সেইবোৰ বিহাৰীলালে নিয়া বুলি ৰামলালেও স্বীকাৰ কৰিলে। কিন্তু মহম্মদ আলিয়ে ৰামলালক এৰি নিদি পুলিচৰ হাতত গতাই দিয়ে।......

মমতাজ বেগমক ইন্দোৰলৈ ধৰি নিবৰ কাৰণে, নাইবা, মমতাজ বেগমৰ নাকটো কাটি দিবৰ কাৰণে যে ইন্দোৰৰ মহাৰজাই ৰামলাল নামৰ এজন বিষয়াৰ অধীনত কিছুমান মানুহ নিযুক্ত কৰিছে সেই কথা লাহে লাহে উজীৰ বেগম আৰু মহম্মদ আলিয়ে গম পাবলৈ ধৰিলে। বিহাৰীলাল,

ৰামলাল, বুলাকিদাস প্ৰভৃতি আটাইবোৰেই যে মহাৰজাৰ মানুহ বুজিবলৈ তেওঁলোকৰ বাকী নবল। আন কি, তেওঁৰ অভীষ্ট সিদ্ধি কৰিবৰ কাৰণে মহাৰজাই উজীৰ বেগমৰ নাথুৰাঙ্গ নামৰ এগৰাকী ভনীয়েককো মাহে ৩০০৲ টকা দৰ্মহাত ইন্দোৰত এটা চাকৰিও দিয়ে।......

মহাৰজাৰ এই ষড়যন্ত্ৰৰ কথা জানিব পাৰি উজীৰ বেগম আৰু মহম্মদ আলিয়ে নিজৰ জীৱনৰ আশঙ্কা কৰি, মহাৰজাৰ ষড়যন্ত্ৰৰ কথা লিখি বোম্বাইৰ পুলিচৰ ওচৰত এখন দৰ্খাস্ত কৰে। কিন্তু তাৰ পৰা তেওঁলোকৰ কোনো প্ৰতিকাৰ নহল।

* * * *

মমতাজ বেগম বোম্বাই চহৰত থকা অৱস্থাতে আব্দুল কাদিৰ বাওলা নামৰ এজন ধনী মানুহৰ লগত তেওঁৰ চিনাকি হয়।......মমতাজ বেগমৰ ৰূপৰাশিত মুগ্ধ হৈ ভৱিষ্যত চিন্তা নকৰাকৈয়ে বাওলাই মমতাজ বেগমক তেওঁৰ ৰক্ষিতা স্বৰূপে গ্ৰহণ কৰে। বাওলাৰ এই কাৰ্য্যত ইন্দোৰৰ মহাৰজা ক্ষুব্ধ হৈ উঠিল। বাওলাক হত্যা কৰি হলেও মমতাজক পুনৰ নিজৰ হাতলৈ আনিবৰ কাৰণে দৃঢ়-প্ৰতিজ্ঞ হৈ মহাৰজাই নতুন ষড়যন্ত্ৰ আৰম্ভ কৰিলে।......

মহাৰজাৰ ষড়যন্ত্ৰৰ কথা বাওলাই গম নাপালে। প্ৰণয়িনী মমতাজক লগত লৈ বোম্বাই চহৰ পৰিত্যাগ কৰি, বাওলা ভ্ৰমণত বাহিৰ হৈ গ'ল।......নানা ঠাই ঘূৰি পকি, কিছুদিনৰ মূৰত আকৌ বোম্বাই চহৰলৈ বাওলা উভতি আহিল। বোম্বাই



চহৰত দুদিন জিৰণি লোৱাৰ পিছত, ইং ১৯২৫ চনৰ জানুৱাৰী মাহৰ ১২ তাৰিখে গধূলি পৰত প্ৰিয়তমা মমতাজক লগত লৈ সান্ধ্য ভ্ৰমণৰ কাৰণে বোম্বাই চহৰৰ বিখ্যাত মালাবাৰ হিলৰ ফালে বাওলা ফুৰিবলৈ বুলি ওলাই যায়। কোনো আপদ আহুকাল নাই, কোনো বিঘিনি নাই; মনৰ অপাৰ আনন্দত দুয়ো আগবাঢ়িবলৈ ধৰিলে। হঠাৎ পিছফালৰ পৰা কাৰোবাৰ মটৰ গাৰী এখন আহি অকস্মাতেই বাওলাৰ গাৰীখনত খুন্দা মাৰি দিলেহি। আকস্মিক এটা ঘটনা। কোনোবা মদপী ড্ৰাইভাৰে খুন্দা মাৰা বুলি সন্দেহ কৰি বাওলাৰ ড্ৰাইভাৰে বাওলাৰ গাৰীখন ৰখাই দিলে। কিন্তু চকুৰ পচাৰতে অভাৱনীয় ৰূপে, পিছৰ গাৰীখনৰ পৰা পাঁচোটো মানুহ জাপ মাৰি নামি আহি বাওলাৰ ড্ৰাইভাৰটোক আক্ৰমণ কৰিলে। ......গাৰীখনৰ ভিতৰত বাওলা আৰু মমতাজৰ বাহিৰেও বাওলাৰ মেথিউছ ( Matthews ) নামৰ মেনেজাৰ জনো বহি আছিল।......আক্ৰমণকাৰীহঁতে ড্ৰাইভাৰটোক আহত কৰাৰ লগে লগেই বাওলালৈ গুলি কৰি গাৰীৰ ভিতৰৰ পৰা বাওলাক বাহিৰলৈ টানি আনে। মমতাজ বাওলাৰ কাষত বহি আছিল। বাওলাক টানি নিয়াৰ লগে লগেই দুৰ্ব্বৃত্তহঁতে মমতাজক চুৰিৰে আক্ৰমণ কৰি গাৰীৰ ভিতৰৰ পৰা তেওঁকো বাহিৰলৈ টানি নিয়ে। বিস্ময়াভিভূত হৈ আত্মৰক্ষাৰ কাৰণে গাৰীৰপৰা নামি যাওঁতেই, আক্ৰমণকাৰীহঁতে মেথিউছকো আঘাত কৰে।......

ভগবানৰেই বোধহয়, কিবা ইচ্ছা! এই হত্যাকাণ্ড চলি থাকোঁতেই চাৰিজন ব্ৰিটিছ মিলিটেৰি অফিচাৰ গল্‌ফ্‌ খেলি উঠি উভতি আহোঁতে, হঠাৎ এবাৰ বাট ভুল কৰি অকস্মাতেই ঘটনাস্থলিত উপস্থিত হয়হি আৰু লগে লগেই বন্দুকৰ শব্দ শুনে।......বিজুলীবেগে চাৰিজন বিষয়া তেওঁলোক উঠি অহা মটৰ গাৰীখনৰপৰা জপিয়াই পৰি দুৰ্ব্বৃত্তহঁতক ধৰিবলৈ চেষ্টা কৰিলে......বিষয়া কেইজনৰ ভিতৰৰ লেফ্‌টেনেণ্ট ছাজাৰ্টে ( Saegert ) মমতাজ বেগমক আক্ৰমণ কৰা মানুহ-টোক ধৰিবলৈ যাওঁতেই সেই দুৰ্ব্বৃত্তই তাৰ হাতত থকা ৰিভলভাৰেৰে ছাজাৰ্টলৈ গুলি কৰে। কিন্তু ছাজাৰ্ট বিৰত নহল। অসীম সাহসেৰে ছাজাৰ্টে সেই দুৰ্ব্বৃত্তক আক্ৰমণ কৰি মাটিত পেলাই দিলে আৰু লগে লগেই পলাই যাব নোৱাৰাকৈ আটক কৰি ৰখালে। লেফ্‌টেনেণ্ট ছাজাৰ্টৰ লগৰ বাকী তিনিজনেও আন আন আক্ৰমণকাৰীহঁতক ধৰিবৰ কাৰণে চেষ্টা কৰিলে কিন্তু দুৰ্ব্বৃত্তহঁতক তেওঁলোকে ধৰিব নোৱাৰিলে।.........গল্‌ফ্‌ খেলা এডাল লাঠিৰ বাহিৰে বিষয়া কেইজনৰ হাতত আন কোনো অস্ত্ৰই সেই সময়ত নাছিল। মমতাজৰ মূৰত আৰু মুখত জখম কৰিও দুৰ্ব্বৃত্তহঁতে মমতাজক নিব নোৱাৰিলে। গোলমাল শুনি ওচৰ-চুবুৰীয়া মানুহ লৰি অহা দেখি কোনো মানুহ ওচৰলৈ আহিব নোৱাৰাকৈ চাৰিওফালে গুলি কৰি কৰি দুৰ্ব্বৃত্তহঁত পলাবলৈ ধৰিলে। কিন্তু দুৰ্ব্বৃত্তহঁতৰ ভিতৰৰ চফি আহম্মদ পলাব



নোৱাৰিলে। ছাজাৰ্টৰ হাতত ধৰা পৰি চফি আহম্মদ আটক হৈ ৰল।

চিকিৎসাৰ কাৰণে লৱালৰিকৈ বাওলাক আৰু বাকী জখমী মানুহ কেইজনক আস্পতাললৈ নিয়া হয়। কিন্তু পিছদিনা পুৱা গুৰুতৰ আঘাতৰ ফলত আবতুল কাদিৰ বাওলাৰ আস্পতালতে মৃত্যু হয়। ডাক্তৰে পৰীক্ষা কৰি তেওঁৰ তলপেটত, যকৃতত আৰু মূৰত গুৰুতৰ আঘাতৰ চিন পায়।......

এই লোমহৰ্ষক আৰু অভাৱনীয় ঘটনাৰ খবৰ গোটেই ভাৰতত বিয়পি পৰিল। বোম্বাই, পুণা, ইন্দোৰ, অমৃতচৰ প্ৰভৃতি ঠাইত নানা ৰকমৰ তদন্ত কৰি কেবাজনো মানুহক পুলিচে গ্ৰেপ্তাৰ কৰে।......সকলো তদন্ত শেষ হোৱাৰ পিচত নৰহত্যা অপৰাধত অভিযুক্ত হৈ ইন্দোৰ ৰাজ্যৰ ৯ জন মানুহৰ বোম্বাই হাইকোৰ্টত বিচাৰ হয়।......নৰহত্যা অপৰাধৰ বাহিৰেও মমতাজ বেগমক বলপূৰ্ব্বক ধৰি নিবৰ কাৰণে কৰা ষড়যন্ত্ৰৰ বাবেও এওঁলোকক বেলেগে অভিযুক্ত কৰা হয়।

উক্ত গোচৰত তলত নাম দিয়া মানুহ কেইজনেই আচামী পক্ষভুক্ত হয়ঃ—

( ১ ) ইন্দোৰৰ পুলিচ বিভাগৰ বিষয়া চফি আহম্মদ।

( ২ ) ইন্দোৰৰ মহাৰজাৰ সহকাৰী শৰীৰ ৰক্ষক পুষ্পশীল পাড়ে।

( ৩ ) ইন্দোৰবাসী আক্‌বৰ শ্বা।

(৪) ইন্দোৰৰ মটৰ ড্ৰাইভাৰ বাহাদুৰ খা।

(৫) ইন্দোৰৰ মিলিটেৰী বিষয়া শ্যামৰাও।

(৬) ইন্দোৰৰ চোৰাংচোৱা বিভাগৰ দাৰোগা মমতাজ মহম্মদ।

(৭) ইন্দোৰৰ মিলিটেৰী বিষয়া কেৰামত খা।

(৮) ইন্দোৰৰ মটৰ ড্ৰাইভাৰ আবহুল লটিফ।

(৯) ইন্দোৰৰ উচ্চ মিলিটেৰী বিষয়া আনন্দৰাও।

এই গোচৰত আচামীহঁতৰ পক্ষে ভাৰতবৰ্ষৰ কেবা-গৰাকীও বিশিষ্ট বাৰিষ্টাৰ নিযুক্ত হয়। এওঁলোকৰ ভিতৰত লীগনেতা, বৰ্ত্তমান পাকিস্তান ইউনিয়নৰ প্ৰথম গৱৰ্ণৰ জেনেৰেল পৰলোকগত মহম্মদ আলি জিন্না আৰু বঙ্গদেশৰ কংগ্ৰেছী নেতা স্বৰ্গীয় দেশপ্ৰিয় যতীন্দ্ৰমোহন ( জে. এম. ) সেনগুপ্তই প্ৰধান।

গোচৰ আৰম্ভ হোৱাৰ লগে লগেই বোম্বাই প্ৰদেশৰ এডভোকেট জেনেৰেলে ( চৰকাৰী উকীল ) গোচৰ সম্পৰ্কে জুৰি সকলক যি বৰ্ণনা দিয়ে, সেই বৰ্ণনাত আন আন কথাৰ বাহিৰেও তলত দিয়া কথাখিনিও প্ৰকাশ পায়। তেখেতে কয়—

"এই আচামী বিলাকে মমতাজ বেগমক ইন্দোৰলৈ ধৰি নিবৰ কাৰণে ষড়যন্ত্ৰ কৰি জানুৱাৰী মাহৰ ১২ তাৰিখে গধূলা ৭ বজাৰ পিছত আব্দুল কাদিৰ বাওলাক হত্যা কৰে। এই ঘটনাৰ কিছুদিনৰ আগতে মহাৰজাৰ ৰক্ষিতা স্বৰূপে মমতাজ



বেগম ইন্দোৰত আছিল। মহাৰজাৰ লগত থকা অৱস্থাতে এবাৰ কমলাবাঈ নাম লৈ মমতাজ বেগম ইংলণ্ডলৈকো যায়। কিন্তু ইংলণ্ডৰপৰা ঘূৰি অহাৰ কিছুদিনৰ পিছৰে পৰা নানা কাৰণত মহাৰজাৰ লগত মনৰ অমিল হোৱাত মহাৰজাৰ লগৰপৰা আঁতৰি আহিবৰ কাৰণে মমতাজেও চেষ্টা কৰিবলৈ ধৰিলে; কিন্তু কোনোমতেই মমতাজ কৃতকাৰ্য্য হব নোৱাৰিলে। শেষত, মহাৰজাই তেওঁৰ এজন বিষয়াৰ তত্ত্বাৱধানত মমতাজক মুছৰীলৈ পঠিয়াই দিয়ে। কিন্তু দিল্লী পায়েই মুছৰীলৈ যাবলৈ আপত্তি কৰি মমতাজ অমৃতচৰ পালেগৈ।

মমতাজৰ এই কাৰ্য্যত অপমানিত আৰু মৰ্ম্মাহত হৈ মমতাজক পুনৰ তেওঁৰ লগলৈ আনিবৰ কাৰণে মহা-ৰজাইয়ো অশেষ চেষ্টা কৰিবলৈ ধৰিলে। কিন্তু মমতাজক পুনৰ তেওঁৰ লগলৈ আনিবলৈ মহাৰজা সমৰ্থ নহল। মমতাজেও অমৃতচৰত থকা নিৰাপদ নহয় বুলি ভাবি, শেষত অমৃতচৰ পৰিত্যাগ কৰি নাগপুৰ হৈ বোম্বাই চহৰত উপস্থিত হয়হি। বোম্বাই চহৰত কিছুদিন থকাৰ পিছত সেই চহৰৰ আব্দুল কাদিৰ বাওলা নামৰ এজন বিশিষ্ট মানুহৰ লগত মমতাজৰ চিনা-পৰিচয় হয়। আব্দুল কাদিৰ বাওলাই শেষত মমতাজ বেগমক তেওঁৰ ৰক্ষিতা স্বৰূপে গ্ৰহণ কৰে আৰু মমতাজক লগত লৈ কিছুদিনৰ কাৰণে বোম্বাই চহৰ এৰি ভ্ৰমণৰ কাৰণে বাহিৰ হয়। নানা ঠাই ঘূৰি পকি শেষত

জানুৱাৰী মাহৰ ১০ তাৰিখে মমতাজ বেগমক লগত লৈ আব্দুল কাদিৰ বাওলা পুনৰ বোম্বাই চহৰত উপস্থিত হয়হি। কিন্তু দুদিনৰ পিছতেই মালাবাৰ হিলত নৰঘাতকহঁতৰ ষড়-যন্ত্ৰৰ ফলত বাওলা নিহত হয়। আচামীবিলাকৰ ভিতৰৰ আনন্দৰাও নিজে ঘটনাস্থলিত উপস্থিত নাথাকিলেও এই ষড়যন্ত্ৰত আনন্দৰাও বিশেষ ভাবে জড়িত থকা প্ৰমাণ পাই তেওঁকো আচামী পক্ষভুক্ত কৰা হয়।......

মমতাজক ইন্দোৰলৈ ধৰি নিবৰ কাৰণে মহাৰজাৰ পৰামৰ্শ মতে ১৬০০০৲ টকা ধাৰ কৰি আচামীবিলাকৰ ভিতৰৰ পুষ্পশীল আৰু আনন্দৰাওৱে এখন মেক্সওৱেল (মটৰ খনৰ নাম) গাৰী কিনে। ইয়াৰ পিছত মমতাজ বেগমৰ ইষ্ট-কুটুম্বৰ সহায়ত ষড়যন্ত্ৰকাৰীহঁতে মমতাজ বেগমৰ গতিবিধি লক্ষ্য কৰি অভীষ্ট সিদ্ধি কৰিবৰ কাৰণে সুবিধা বিচাৰিবলৈ ধৰিলে। .....

বাওলা বোম্বাই চহৰলৈ উভতি অহা কথা গম পায়েই, বাওলাক বিচাৰি ষড়যন্ত্ৰকাৰীহঁতেও বোম্বাই চহৰৰ নানা ঠাইত ঘূৰিবলৈ ধৰিলে।—শেষত, ঘটনাৰ দিনা গধূলি মালাবাৰ হিলৰ ওচৰত ষড়যন্ত্ৰকাৰীহঁতে বাওলাৰ মটৰ গাৰী-খন লগ ধৰেহি। বাওলাক হত্যা কৰা উদ্দেশ্য ষড়যন্ত্ৰকাৰী-হঁতৰ বোধহয় নাছিল। কাৰণ, যি কোনো উপায়েই নহওক, মমতাজ বেগমক ইন্দোৰলৈ ধৰি নিয়াই তেওঁলোকৰ প্ৰধান লক্ষ্য আছিল.....”



ইয়াৰ পিছত সেই ব্ৰিটিছ মিলিটেৰি অফিচাৰ চাৰিজনৰ আকস্মিক উপস্থিতিৰ কথা উল্লেখ কৰি এডভোকেট জেনেৰেলে কয়—

“এই বিষয়া চাৰিজনে সেই দিনা হঠাৎ বাট ভুল নকৰা হলে, এই গোচৰৰ আচামীহঁত কেতিয়াও ধৰা নপৰিলহেঁতেন। চফি আহম্মদক ধৰি বখোৱাৰ বাহিৰেও তেওঁলোকে এটা পিস্তল, এখন চুৰি আৰু এখন খুক্ৰি দুৰ্ব্বৃত্তৰ হাতৰপৰা কাঢ়ি আনে। এই ঘটনাৰ পিছদিনাই আস্পতালত বাওলাৰ মৃত্যু হয়। ছাজাৰ্ট নামৰ বিষয়াজনো গুৰুতৰ ভাবে আহত হয়।...”

এডভোকেট জেনেৰেলৰ এই বৰ্ণনা শেষ হোৱাৰ পিছত কপালত জখমৰ চিন লৈ মোহিনী ৰূপিণী ২২ বছৰীয়া মমতাজ বেগম নিজে জবানবন্দী কৰিবৰ কাৰণে জজ আৰু জুৰিসকলৰ আগত উপস্থিত হলহি। .....মুহূৰ্ত্তেতে জজ, জুৰি, গোচৰ শুনিবলৈ অহা বাহিৰৰ মানুহ সকলোৱেই, এই সুন্দৰী ৰমণীৰ জীৱন-কাহিনী শুনিবলৈ উদ্‌গ্ৰীৱ হৈ পৰিল। লাহে লাহে সকলোৰে কাণত পৰিলহি—

“এই ঘটনাৰ এঘাৰ কি বাৰ বছৰৰ আগতে মোৰ আইৰ লগত প্ৰথম মই ইন্দোৰলৈ যাওঁ। মহাৰজাই মোক তেওঁৰ গায়িকা নিযুক্ত কৰে। ইন্দোৰত অলপ দিন থাকিয়েই মই হায়দৰাবাদলৈ আহোঁ। কিন্তু হায়দৰাবাদত দুমাহ থকাৰ পিছত আকৌ মই ইন্দোৰলৈ উভটি যাওঁ। এইবাৰ ইন্দোৰত এবছৰ থাকিলোঁ।

"ইয়াৰ মাজতে মহাৰজাৰ লগত মোৰ মনোমালিন্য হয়। মহাৰজাই মোক দিয়া সকলো অলঙ্কাৰ-পাতি মোৰপৰা কাঢ়ি নি তেওঁৰ ৰাজ্যৰপৰা বাহিৰ হৈ যাবলৈ মোক হুকুম দিয়ে।

"...বাধ্য হৈ মই অমৃতচৰলৈ আহোঁ। কিন্তু তিনি মাহৰ ভিতৰতে মহাৰজাই মোক নিবৰ কাৰণে শঙ্কৰৰাও নামৰ এজন বিষয়াক মোৰ ওচৰলৈ পঠিয়াই দিয়ে। কোনো আপত্তি নকৰি ময়ো ইন্দোৰলৈ উভটি যাওঁ। ইন্দোৰত মহাৰজাৰ উপপত্নী স্বৰূপে মহাৰজাৰ লগত দহ বছৰ থাকোঁ। এবাৰ মহাৰজা ইংলণ্ডলৈ যাওঁতে কমলাবাঈ নাম লৈ ময়ো ইংলণ্ডলৈ যাওঁ। মোৰ লগত মহাৰজাৰ প্ৰধানা মহিষী আৰু শঙ্কৰৰাও নামৰ মহাৰজাৰ বিষয়াজনো গৈছিল। ইংলণ্ডৰপৰা ঘূৰি অহাৰ পিছত মহাৰজাৰ ঔৰসত মোৰ এজনী ছোৱালী জন্ম হয়; কিন্তু জন্মৰ পিছতেই ছোৱালী জনীৰ মৃত্যু হয়। ইয়াৰ কিছুদিনৰ পিছত, ভানপুৰা নামৰ এখন ঠাইলৈ মহাৰজা চিকাৰ কৰিবৰ কাৰণে যায়। লগত মোকো নিয়ে। মহাৰজাৰ লগত থাকি মই অশান্তি বোধ কৰিছিলোঁ। কিন্তু আঁতৰি আহিবৰো মোৰ উপায় নাছিল। ভানপুৰাত থাকোঁতে মহাৰজাৰ হাতৰপৰা মোক ৰক্ষা কৰিবৰ কাৰণেই পুলিচলৈ সহায় বিচাৰি এখন দৰ্খাস্ত দিওঁ। সেই দৰ্খাস্তত আন আন কথাৰ বাহিৰেও মহাৰজাই মোক উপহাৰ দিয়া অলঙ্কাৰ-পাতিৰ ভিতৰত ৫০ লক্ষ টকা মূল্যৰ গহনাও যে মোৰপৰা লৈ গৈছে সেই কথাও মই পুলিচক জনাওঁ।



ইয়াৰ পিছত মোক মুছৰীলৈ পঠিয়াই দিয়ে। কিন্তু দিল্লীত মুছৰীলৈ নাযাওঁ বুলি মই ৰেলৰপৰা নামি আহিলোঁ। মোৰ লগত যোৱা মহাৰজাৰ বিষয়াজনে মোক বলপূৰ্ব্বক মুছৰীলৈ নিবৰ চেষ্টা কৰে, কিন্তু কৃতকাৰ্য্য হব নোৱাৰিলে। মই অমৃতচৰলৈ আহিলোঁ। অমৃতচৰত মই দুটা গুৰ্খা পহৰাৱালা ৰখাবলৈ বাধ্য হলোঁ; কাৰণ, মহাৰজাৰ মানুহ কিছুমানে দিনে ৰাতিয়ে নানা ভয় দেখুৱাই মোক উপদ্ৰৱ কৰিবলৈ ধৰিলে। শেষত আন উপায় নেদেখি, মই অমৃতচৰৰ পুলিচৰ সহায় বিচাৰিলোঁ। কিন্তু মোৰ পক্ষে অমৃতচৰত থকা বেচি বিপদজনক হৈ পৰিল। নিৰুপায় হৈ অমৃতচৰ এৰি মই নাগপুৰ পালোঁহি। কিন্তু ইয়াতো মহাৰজাৰ মানুহে মোৰ পিছ নেৰিলে। নাগপুৰত থকা নিৰাপদ নহয় বুলি ভাবি নাগপুৰ পৰিত্যাগ কৰি বোম্বাই চহৰ পালোঁহি। ইয়াতেই বাওলাৰ লগত মোৰ প্ৰথম চিনাকি হয়। তেওঁ মোক থাকিবলৈ এটা ঘৰ ঠিক কৰি দিলে। সেই ঘৰটোত কিছুদিন থকাৰ পিছত তেওঁৰ নিজৰ ঘৰলৈ আহোঁ।....

"বাওলাৰ লগত থকাৰ কেইদিন মানৰ পিছতেই, বোম্বাই চহৰ এৰি থৈ বাওলাৰ লগত ফুৰিবলৈ যাওঁ। কিছুদিন ইফালে সিফালে ঘূৰি ফুৰি ভ্ৰমণৰ শেষত আকৌ বোম্বাই চহৰলৈ উভটি আহোঁ। কিন্তু বোম্বাই চহৰত আমি সৰহদিন এইবাৰ একেলগে থাকিব নোৱাৰিলোঁ। বোম্বাই চহৰ পোৱাৰ দুদিনৰ পাছতেই বাওলাক হত্যা কৰে। ......বাও-

লাক হত্যা কৰাৰ দিনা বাওলাৰ নিজৰ মটৰ গাৰী এখনত বাওলা আৰু মই ফুৰিবলৈ যাওঁ। মালাবাৰ হিলৰ ওচৰত এখন মেক্সওৱেল গাড়ীয়ে পিছফালৰ পৰা আমি অহা গাৰীখনত খুন্দা মাৰি দিলেহি আৰু লগে লগেই গাৰীখনৰ ভিতৰৰ পৰা কোনোবা এটাই মোক নমাই দিবৰ কাৰণে বাওলাক চিঞৰি নিৰ্দ্দেশ দিয়ে। ইয়াৰ পিছতেই গাৰীখনৰ ভিতৰৰপৰা কিছুমান মানুহ নামি আহি আমাৰ গাৰীখন বেৰি ধৰে। বাওলা মোৰ কাষত বহি আছিল। সিহঁতৰ ভিতৰৰ এটাই মই বহি থকা ফালৰপৰা বাওলালৈ গুলি কৰে আৰু লগে লগেই আন এটাই মোক গাৰীৰ ভিতৰৰ পৰা টানি আনি এখন চুৰিৰে মোৰ কপালত আঘাত কৰে। সিহঁতে মোক আলিটোৰ সিটো কাষলৈ নিওঁতেই, চাৰিজন ব্ৰিটিছ মিলিটেৰি বিষয়াৰ মটৰ গাৰী এখন হঠাৎ সেই ঠাইত উপস্থিত হয়হি। তেওঁলোকক দেখিয়েই সহায় বিচাৰি ময়ো চিঞৰি উঠিলোঁ। মোৰ চিঞৰ শুনি তেওঁলোক ঘটনাৰ ঠাইলৈ লৰি আহিল। মোক টানি নিয়া মানুহটোৱে মোক মেক্সওৱেল গাৰীখনত বহুৱাই দিলেগৈ কিন্তু লগে লগেই মই নামি আহিলোঁ। মই নামি অহা দেখি সেই মানুহটোৱে এখন চুৰিৰে আকৌ মোৰ মুখত আঘাত কৰে। কিন্তু ব্ৰিটিছ বিষয়া এজনৰ হাতত সি ধৰা পৰিল। বাওলাক অজ্ঞান হৈ পৰি থকা দেখিলোঁ। মোক চুৰিৰে আঘাত কৰা মানুহটো চফি আহম্মদ। বৃটিচ বিষয়াজনৰ হাতত সিয়েই ধৰা পৰে।... ..."



মমতাজ বেগমৰ পিছত যিবোৰ সাক্ষী আদালতত উপস্থিত হৈছিলহি, তেওঁলোকৰ ভিতৰৰ লেফ্‌টেনেণ্ট ছাজাৰ্ট আৰু আলাবক্স নামৰ মমতাজৰ এজন সমন্ধীয় মানুহেই প্ৰধান।

লেফ্‌টেনেণ্ট ছাজাৰ্টৰ মুখৰপৰা এই হত্যাকাণ্ডৰ হুবহু কাহিনী শুনিবলৈ ব্যগ্ৰ হৈ মতা, তিৰুতা, বুঢ়া, ডেকা যাৰে সুবিধা হল, সকলোৱেই আদালতত উপস্থিত হলহি। সকলোকে বিস্ময়ান্বিত কৰি ছাজাৰ্টেও আৰম্ভ কৰিলে—

"জানুৱাৰী মাহৰ ১২ তাৰিখে গল্‌ফ্‌ খেলি উঠি লগত আৰু তিনিজন মিলিটেৰী অফিচাৰ লৈ মোৰ নিজৰ গাৰীৰে ঘৰলৈ উভতি আহোঁতে বাট ভুল কৰি হঠাৎ ঘটনাস্থলিত উপস্থিত হওঁহি। আমাৰ পৰা ১৫ হাতমান দূৰত দুখন মটৰ গাৰী দেখিলোঁ। এখন গাৰীৰপৰা কিছুমান মানুহ ওলাই গৈ আনখন গাৰী বেৰি ধৰা চকুত পৰিল। লগে লগেই পিস্তলৰ শব্দ আৰু কোনোবাই চিঞৰা শব্দও শুনিলোঁ। মোৰ গাৰীখন বন্ধ কৰি বাকী দুখন গাৰীৰ ওচৰলৈ লৰ মাৰিলোঁ। বাকী তিনিজন অফিচাৰো মোৰ পিছে পিছেই লৰ দিয়ে। আগৰ মটৰ গাৰীখনৰ ওচৰত তিনিটা মানুহ থিয় হৈ থকা দেখোঁ। বাকী তিনিটা মানুহে তিৰুতা মানুহ এজনীক চুৰি দেখুৱাই টানি নিয়া দেখি সিহঁতক বাধা দিবলৈ চেষ্টা কৰোঁ। কিন্তু লগে লগেই মটৰখনৰ আগত থিয় হৈ থকা মানুহ দুটাৰ এটাই মোলৈ লক্ষ্য কৰি গুলি মাৰে আৰু

আনটোৱে চুৰি এখনেৰে মোক আক্ৰমণ কৰে। তিৰুতা মানুহজনীক টানি নিয়া মানুহ তিনটাৰ দুটাক আমি আঁতৰাই আনিলোঁ। তৃতীয়টোক মাটিত বগৰাই পেলাই মানুহজনীক মোৰ গাৰীখনলৈ লৈ আহোঁতেই আন এটা মানুহে মোলৈ গুলি মাৰে। তিৰুতাজনীক মোৰ গাৰীখনৰ ভিতৰত থৈ মোলৈ গুলি কৰা মানুহটোক খেদি আহিলোঁ। কিন্তু আন এটা মানুহে আকৌ মোলৈ গুলি মাৰিলে।—ঠিক এই সময়তেই মোৰ গাৰীখনৰ ফালৰপৰা কোনোবাই চিঞৰ শুনি সেইফালে চাওঁতেই সেই তিৰুতা মানুহজনীক দুটা মানুহে আকৌ আক্ৰমণ কৰা দেখি মই তিৰুতাজনীৰ ওচৰলৈ উভতি আহিলোঁ। এই মানুহ দুটাৰ ভিতৰৰ এটাৰ হাতত এখন খুকুৰি আছিল। খুকুৰিখন মই কাঢ়ি আনিলোঁ। সিহঁতৰ লগত যুজ-বাগৰ কৰি থাকোঁতে এবাৰ মই নিজে মাটিত পৰি যাওঁ। কিন্তু মাটিৰপৰা উঠিয়েই তিৰুতা মানুহ জনীক বিচাৰিলোঁ। মানুহজনী মোৰ গাৰীখনৰ ভিতৰত বহি আছিল কিন্তু মোলৈ প্ৰথম গুলি কৰা মানুহটোও গাৰী-খনৰ ওচৰত থিয় হৈ থকা মোৰ চকুত পৰিল। মই তাৰ ফালে আগবাঢ়ি আহোঁতেই, সি আকৌ গুলি চলাবলৈ আৰম্ভ কৰিলে। কিন্তু অলপ পৰৰ পিছতেই সেই দুৰ্ব্বৃত্ত পলাই লৰ মাৰে। ইয়াৰ পিছতো দুই তিনটামান মানুহ পিছৰ গাৰীখনৰ পিছফালে থিয় হৈ থকা মোৰ চকুত পৰিল। সিহঁতৰ প্ৰত্যেকৰে হাতত চুৰি আছিল। সিহঁতক খেদি



মই আগবাঢ়ি গলোঁ। সিহঁতৰ লগত যুজ-বাগৰ লাগি থাকোঁতেই তিৰুতা মানুহজনীৰ চিঞৰ আকৌ কাণত পৰিলহি। দুটা মানুহে তিৰুতাজনীক আক্ৰমণ কৰা দেখিলোঁ। ঠিক এই সময়তেই আগত থকা গাৰীখন এবাৰ ঘূৰাৰ লগে লগেই, কেবাটাও মানুহ গাৰীখনৰ ভিতৰত উঠি বহিলহি।—মোৰ গাৰীখনৰ ফাললৈ আহি দুটা মানুহে তিৰুতা মানুহজনীক গাৰীৰ ভিতৰতে আক্ৰমণ কৰা দেখা পাওঁ। সিহঁতৰ এটাৰ হাতত পিস্তল এটা আছিল। মই ক্ষান্ত নহলোঁ। হাতত থকা খুকুৰিখনেৰে সিহঁতক আক্ৰমণ কৰি এটাক মাটিত বগৰাই দিলোঁ। তাৰ পিছত হাতত পিস্তল থকা মানুহটোক পিস্তলটোৰে সৈতে ধৰি ৰাখিলোঁ। বাকী বিষয়া কেইজনেও এই মানুহটোক ধৰোঁতে মোক সহায় কৰেহি।...... মোৰ শৰীৰৰ জখমবোৰ বান্ধি উঠি বাওলাৰ ওচৰলৈ আহোঁ। ইয়াৰ আগেয়ে বাওলাও যে আহত হৈছে সেই কথা মই জনা নাছিলোঁ! আমি ধৰি ৰখোৱা মানুহটোক পুলিচক গতাই দি চিকিৎসাৰ কাৰণে আস্পতাললৈ আহোঁ।......”

চিকিৎসাধীন হৈ ছাজাৰ্ট ‘ছেইন্ত জৰ্জ্জ’ আস্পতালত দহ দিন থাকে। আচামীবিলাকৰ ভিতৰৰ চফি আহম্মদ আৰু শ্যামৰাওক ছাজাৰ্টে চিনাক্ত কৰে।

ছাজাৰ্টৰ বাহিৰেও বাকী তিনিজন মিলিটেৰী অফিচাৰেও এই গোচৰত সাক্ষী দিয়ে।

মমতাজ বেগমৰ সম্বন্ধীয়া আলাবক্সৰ জবানবন্দীত ইন্দোৰৰ মহাৰজাই কৰা ষড়যন্ত্ৰৰ বিষয়ে বহুত ভিতৰুৱা কথা প্ৰকাশ পায়।

আলাবক্স নিজে বোম্বাই চহৰৰ এজন টেক্সি ড্ৰাইভাৰ। উজীৰ বেগমৰ ফালৰ পৰা মমতাজৰ লগত আলাবক্সৰ কিবা সম্বন্ধ আছিল। সেই সম্বন্ধৰ স্থবিধা লৈয়ে আলাবক্সেও মমতাজক বাওলাৰ লগত চিনাকি কৰি দিয়ে। ইয়াৰ কিছু-দিনৰ পিছত আব্দুল কৰিম নামৰ মানুহ এটাই ইন্দোৰৰ মহাৰজাই আলাবক্সক লগ পাব খুজিছে বুলি আলাবক্সক খবৰ দিলেহি। কিন্তু দুদিনৰ পিছতেই এই আব্দুল কৰিমেই মহাৰজাৰ শৰীৰ-ৰক্ষক জাকাউল্লাই মহাৰজাৰ বোম্বাই চহৰত থকা 'আৰোৰা হাউছ'লৈ আলাবক্সক মাতিছে বুলি আকৌ আলাবক্সক খবৰ দিলেহি। 'আৰোৰা হাউছ'লৈ গৈ আলাবক্সে আচামী বিলাকৰ ভিতৰৰ চফি আহম্মদ, পাড়ে, বাহাদুৰ খাঁ, আকবৰ খাঁ, মমতাজ মহম্মদ আৰু আনন্দ ৰাওক লগ পায়। এই আচামী বিলাকৰ মুখৰ পৰাই মমতাজ বেগমক ধৰাই নিবৰ কাৰণে মহাৰজাই ষড়যন্ত্ৰ কৰিছে বুলি আলাবক্সে জানিব পাৰে। এই ষড়যন্ত্ৰ চলি থাকোঁতেই বাওলাৰ লগত মমতাজ বেগম বোম্বাই চহৰ এৰি থৈ ভ্ৰমণত বাহিৰ হয়। আকবৰ খাঁ আৰু চফি আহম্মদে বাওলা আৰু মমতাজ বেগমৰ গতিবিধি লক্ষ্য কৰি তেওঁলোকৰ পিছে পিছে ফুৰিবলৈ ধৰিলে। বাওলাক সাৱধান কৰি দিবৰ



কাৰণে আলাবক্সে এই ষড়যন্ত্ৰৰ কথা জনাই বাওলালৈ টেলিগ্ৰাম কৰিবৰ কাৰণে বাওলাৰ ড্ৰাইভাৰটোক নিৰ্দ্দেশ দিয়ে। আব্দুল কৰিম আৰু জাকাউল্লাই বাওলাৰ ঘৰৰ পহৰাৱালাটোৰ সহায় বিচাৰি তাক দুহাজাৰ টকা দিবৰ এটা প্ৰতিশ্ৰুতি দি এহাজাৰ টকা আগেয়ে আদায় দি তাক হাত কৰি থৈছিল। কিন্তু আলাবক্সৰ পৰা এই ষড়যন্ত্ৰৰ কথা গম পাই বাওলাই এই পাহাৰাৱালাটোক কামৰ পৰা খেদি দিয়ে। মহাৰজাৰ বঙ্গা মেক্সওয়েল গাৰীখনত উঠি আব্দুল কৰিম, পাড়ে, চফি আহম্মদ আৰু মেহেৰখাঁৰ লগত আলাবক্স নিজে কেবাদিনো 'আৰোৰা হাউছ'লৈ অহা যোৱা কৰিছিল।......

একাদিক্ৰমে কেবাদিনো গোচৰ চলাৰ পিছত—ফৰিয়াদী পক্ষৰ সাক্ষীৰ জবানবন্দী লোৱা শেষ হোৱাত, জজে আচামী-বিলাকৰ প্ৰত্যেককে ঘটনাৰ সম্পৰ্কে কি জানে বুলি প্ৰশ্ন কৰে। আচামীবিলাকৰ প্ৰত্যেকেই নিজকে নিৰ্দ্দোষী বুলি উক্তি কৰি একোটা একোটা জবানবন্দী কৰে।

দুয়োপক্ষৰ উকীল সকলৰ তৰ্ক-বিতৰ্কৰ পিছত জজেও গোচৰ সংক্ৰান্ত সকলো কথা জুৰিসকলক বুজাই দিয়ে।...... প্ৰায় এঘণ্টা আলোচনা কৰাৰ পিছত, দুজনৰ বাহিৰে বাকী সকলো আচামী দোষী বুলি জুৰিসকলে ৰায় দিয়ে।

জুৰি সকলৰ মত গ্ৰহণ কৰি জজ চাহাবেও চফি আহম্মদ, পুষ্পশীল পাড়ে আৰু শ্যাম ৰাওক ফাঁচিৰ হুকুম দিয়ে।

মমতাজ মহম্মদ আৰু কেৰামত খাঁক নিৰ্দ্দোষী বুলি মুক্তি দিয়ে। বাকী চাৰিজন আচামীক যাবজ্জীৱন কাৰাদণ্ডত দণ্ডিত কৰে।···

এই হুকুমৰ বিৰুদ্ধে আচামীবিলাকে প্ৰিভি-কাউন্সিললৈ আপীল কৰে কিন্তু প্ৰিভি-কাউন্সিলত তেওঁলোকৰ আপীল মঞ্জুৰ নহল।—চফি আহম্মদ, পুষ্পশীল আৰু শ্যামৰাওৰ যথা সময়ত ফাঁচি হৈ গল।···

ষড়যন্ত্ৰৰ অন্তত, গোচৰ নিষ্পত্তি হোৱাৰ পিছত, এটা নতুন জীৱন যাপন কৰিবৰ অভিলাষে বোম্বাই চহৰ পৰিত্যাগ কৰি মমতাজ বেগম অমৃতচৰলৈ আকৌ উভতি আহিল।

গোচৰ শেষ হৈ গল, দোষীৰ শাস্তি হল। কিন্তু ইন্দোৰৰ মহাৰজা টুকাজীৰাও হোলকাৰ নিজে নিষ্কলঙ্ক হৈ ৰব নোৱাৰিলে! মমতাজ বেগমক বলপূৰ্ব্বক ধৰি নিবৰ কাৰণে কৰা ষড়যন্ত্ৰত যে ইন্দোৰৰ মহাৰজা নিজেও সংশ্লিষ্ট আছিল সেই কথা এই গোচৰত নিঃসন্দেহে প্ৰমাণ হৈ যায়। এনে এটা ঘটনাৰ পিছত ভাৰত চৰকাৰৰ পক্ষেও মনে মনে থকা সম্ভৱ নহল। মহাৰজাৰ বিৰুদ্ধে অনা এই গুৰুতৰ অভিযোগ তদন্ত কৰিবৰ কাৰণে ভাৰত চৰকাৰে এখন তদন্ত কমিটি নিযুক্ত কৰি সেই কমিটিৰ আগত উপস্থিত থাকিবৰ কাৰণে মহাৰজাক নিৰ্দ্দেশ দিয়ে। এই নিৰ্দ্দেশৰ লগতে, সেই তদন্ত কমিটিৰ আগত মহাৰজা উপস্থিত থাকিব নুখুজিলে, সিংহাসন এৰি থৈ মহাৰজা আঁতৰি যাব পাৰে বুলিও ভাৰত চৰকাৰে



মহাৰজাক জনায়। ভাৰত চৰকাৰৰ এনে এটা নিৰ্দ্দেশৰ কাৰণে মহাৰজা কোনো দিনেই প্ৰস্তুত নাছিল। তদন্ত কমিটিৰ আগত মহৰজা উপস্থিত নহল। ইংৰাজী ১৯২৬ চনৰ মাৰ্চ্চ মাহত ইন্দোৰৰ ৰাজ-সিংহাসন পৰিত্যাগ কৰিবলৈ শেষত মহাৰজা বাধ্য হয়।······

এটা মোহ, অকণমান আসক্তি, অন্ধ প্ৰণয়ৰ এটা বন্ধন! ৰাজ-মুকুট খহি পৰিল;—লগে লগেই মান-সম্ভ্ৰম, পদ-মৰ্যাদা, বংশ-গৌৰব।

---

# ভাতৃ-ঘাতক

# বিনয়েন্দ্রনাথ

সম্পত্তিৰ লোভত ককায়েকে ভায়েকক, ভায়েকে ককায়েকক হত্যা কৰাৰ নিচিনা ঘটনা মানুহৰ সমাজত বিৰল নহয়। কিন্তু যোৱা ইংৰাজী ১৯৩৩ চনত সাওঁতাল পৰগণাৰ পাকুৰৰ জমীদাৰ বিনয়েন্দ্ৰনাথে সম্পত্তিৰ লোভত ভায়েক অমৰেন্দ্ৰনাথক যি অভাৱনীয় উপায়ে হত্যা কৰালে, তেনে ধৰণৰ ভাতৃ-হত্যা অকল ভাৰততে নহয়, জগততো বিৰল।......

হঠাৎ প্লেগত আক্ৰান্ত হৈ ইংৰাজী ১৯৩৩ চনৰ ডিচেম্বৰ মাহৰ ৪ তাৰিখে কলিকতাত অমৰেন্দ্ৰনাথৰ মৃত্যু হয়। দুৰাৰোগ্য ব্যাধি, মৃত্যু সুনিশ্চিত। অমৰেন্দ্ৰৰ মৃত্যুত কাৰো একো সন্দেহ উপস্থিত নহল, কোনেও একো সন্দেহ নকৰিলে। স্বাভাৱিক এটা ঘটনা, সন্দেহৰেই বা কি কাৰণ থাকিব পাৰে? আত্মীয়-স্বজনে কান্দিলে, বন্ধু-বান্ধৱে দুখ কৰিলে। আন আন মৃতদেহৰ দৰেই অমৰেন্দ্ৰৰ মৃতদেহো শ্মশান ঘাটত ভস্ম হৈ গল।...

অমৰেন্দ্ৰ আৰু নাই। কিন্তু অমৰেন্দ্ৰৰ এই আকস্মিক মৃত্যু আত্মীয়-স্বজনৰ সকলোৱেই সহজ ভাবে গ্ৰহণ কৰিব



নোৱাৰিলে। দুই এজনৰ মনত সন্দেহ উপস্থিত হল। অমৰেন্দ্ৰৰ মৃত্যুৰ অন্তৰালত তেওঁলোকে দেখিলে দুৰভিসন্ধি, নৰ-ঘাতকৰ ষড়যন্ত্ৰ।......

আত্মীয়-স্বজনৰ যত্নত অমৰেন্দ্ৰৰ মৃত্যুৰ কাৰণ বিচাৰি পুলিচেও তদন্ত আৰম্ভ কৰিলে। কিন্তু সেই তদন্তৰ ফলত যি অমানুষিক আৰু লোমহৰ্ষক কাহিনী জনসাধাৰণৰ দৃষ্টি-গোচৰ হল, তাৰ প্ৰচণ্ডতাত জনসাধাৰণ স্তম্ভিত হৈ পৰিল। নৰপিশাচ বিনয়েন্দ্ৰ আৰু তেওঁৰ সহকৰ্ম্মী নৰঘাতক ডাক্তৰ তাৰানাথ ভট্টাচাৰ্য্য, ডাক্তৰ শিৱপদ ভট্টাচাৰ্য্য আৰু ডাক্তৰ দুৰ্গাৰতন ধৰৰ প্ৰতি মানুহৰ অন্তৰ ঘৃণাৰে ভৰি উঠিল।...

ঘটনাটো এটা পুৰণি কাহিনী নহয়; অলৌকিক এটা ঘটনাও নহয়। মানুহৰ সমাজত ঘটা এটা লোমহৰ্ষক আৰু নিৰ্দ্দয় হত্যাকাণ্ড মাত্ৰ।......

ইংৰাজী ১৯২৯ চনত বিনয়েন্দ্ৰনাথ পাড়ে আৰু অমৰেন্দ্ৰ নাথ পাড়ে নামৰ দুজন পুত্ৰ জীৱিত ৰাখি পাকুৰৰ জমীদাৰৰ মৃত্যু হয়।—আন আন জমিদাৰৰ তুলনাত পাকুৰৰ জমীদাৰী সৰু হলেও, পাকুৰৰ জমীদাৰীৰ বাৎসৰিক উপাৰ্জ্জন ত্ৰিশ হাজাৰ টকাৰ কম নাছিল। পিতাকৰ মৃত্যুৰ পিছতেই, এই দুই ভাই-ককায়েকেই, সমান অংশত পিতাকৰ ত্যজ্য সকলো সম্পত্তিৰ গৰাকী হয়। পাকুৰৰ জমীদাৰীৰ বাহিৰেও, বিনয়েন্দ্ৰ আৰু অমৰেন্দ্ৰয়েই ৰাণী সূৰ্য্যবতী নামৰ তেওঁলোকৰ এগৰাকী খুৰীয়েকৰ সমুদায় সম্পত্তিৰ ভবিষ্যত উত্তৰাধিকাৰী আছিল।

পিতাকৰ মৃত্যুৰ সময়ত বিনয়েন্দ্ৰৰ বয়স আছিল ২৭ বছৰ আৰু অমৰেন্দ্ৰৰ বয়স আছিল মুঠেই ১৬ বছৰ। বিনয়েন্দ্ৰ অমৰেন্দ্ৰৰ বৈমাত্ৰ হলেও পিতাকৰ মৃত্যুৰ পিছৰে পৰাই জমীদাৰী আৰু ঘৰ-সংসাৰ চলোৱা সকলো দায়িত্ব বিনয়েন্দ্ৰই অকলেই গ্ৰহণ কৰিলে। অমৰেন্দ্ৰয়ো কোনো আপত্তি নকৰাকৈ ককায়েকৰ ওপৰতেই সকলো ভাৰ এৰি দিলে।···

কিন্তু বিনয়েন্দ্ৰই যি দৰে নিজৰ দায়িত্ব ৰক্ষা কৰিব লাগিছিল, সেই দৰে দায়িত্ব ৰক্ষা কৰিব নোৱাৰিলে। অলপ দিনৰ ভিতৰতেই, নানা লাহ-বিলাহৰ মাজেদি নিজৰ ইন্দ্ৰিয় চৰিতাৰ্থ কৰি পিতাকৰ পৰা পোৱা জমা টকা বিনয়েন্দ্ৰই খৰছ কৰি শেষ কৰি দিলে। বিনয়েন্দ্ৰৰ নৈতিক অধঃপতনত আত্মীয়-স্বজন ক্ষুব্ধ হৈ উঠিল। বিশেষকৈ, বিনয়েন্দ্ৰই বালিকাবালা নামে এজনী নাচনী ছোৱালীক তেওঁৰ ৰক্ষিতা কৰি ৰখোৱাত তেওঁৰ আত্মীয়-স্বজনে বৰ অপমান বোধ কৰিলে ; প্ৰত্যেকেই মৰ্ম্মান্তিক বেজাৰত কষ্ট পালে।

এই সময়ত অমৰেন্দ্ৰ ঘৰত নাছিল। পাটনাৰ কোনোবা এটা কলেজত বি, এ, পঢ়ি আছিল। ককায়েকৰ পৰা সময়মতে আৱশ্যকীয় খৰছাদি নোপোৱাত অমৰেন্দ্ৰই সদায় নানা অসুবিধা ভোগ কৰিব লগা হৈছিল। কিন্তু বিনয়েন্দ্ৰই কোনোদিনেই ভায়েকৰ অসুবিধাৰ কথা চিন্তা কৰি নাচালে। ককায়েকৰ এনে উদাসীনতাৰ কাৰণে অমৰেন্দ্ৰৰো মনৰ ভাব ক্ৰমে বেয়া হবলৈ ধৰিলে।······



দিন আগুৱাই গল। কিন্তু বিনয়েন্দ্ৰৰ অসংযত আৰু উচ্ছৃঙ্খল জীৱনৰ অলপো পৰিবৰ্ত্তন নঘটিল। ককায়েকৰ নৈতিক অধঃপতন দেখি অমৰেন্দ্ৰ ম্ৰিয়মান হৈ উঠিল।—দিন যিমানেই আগুৱাই যাবলৈ ধৰিলে, ভায়েক ককায়েকৰ মনৰ অমিল নকমি, ক্ৰমাৎ বেচিহে হবলৈ আৰম্ভ কৰিলে।

ইংৰাজী ১৯৩১ চনত, ১৮ বছৰ পাৰ হৈ, সাবালক হোৱাৰ লগে লগেই অমৰেন্দ্ৰই ককায়েকৰ পৰা নানা বাধা-বিঘিনি পাইয়ো ঘৰ-সংসাৰ আৰু জমীদাৰী চলোৱা বিষয়ত নিজৰ ক্ষমতা প্ৰয়োগ কৰিবলৈ আৰম্ভ কৰিলে। ইংৰাজী ১৯৩২ চনত অমৰেন্দ্ৰই তেওঁৰ হৈ কাম চলাবৰ কাৰণে কেইজনমান মানুহক ক্ষমতা দিয়ে ( Power of Attorney )। কিন্তু বিনয়েন্দ্ৰই এই কথা গম পায়েই ভায়েকক নানা ৰকমে খং কৰি ভৱিষ্যত বিপদৰ ভয় দেখুৱায়। অমৰেন্দ্ৰয়ো ককায়েকৰ কথা শুনি ভৱিষ্যতে এই মানুহ কেইজনে তেওঁৰ অনিষ্ট কৰিব পাৰে বুলি আশঙ্কা কৰি, মানুহ কেইজনক দিয়া ক্ষমতা ( Power of Attorney ) ৰদ কৰি, সেই ক্ষমতা পুনৰ নিজৰ হাতলৈ আকৌ ঘূৰাই আনে। কিন্তু ফটা বাঁহ জোৰা নালাগিল। ইয়াৰ পিছতো ভায়েক ককায়েকৰ মাজৰ মনৰ অমিল ভাব অলপো নকমিল। অমৰেন্দ্ৰৰ পক্ষে ককায়েকৰ লগত একান্নবৰ্ত্তী হৈ থকাও অসম্ভৱ হৈ পৰিল। ককায়েকৰ পৰা বেলেগ হৈ যোৱা কথা অমৰেন্দ্ৰই প্ৰস্তাৱ কৰিলে।

অমৰেন্দ্ৰৰ এই প্ৰস্তাৱত বিনয়েন্দ্ৰই ভয় খালে কাৰণ

পিতৃ-সম্পত্তিৰ বহুখিনিয়েই ইয়াৰ ভিতৰতে নানা প্ৰকাৰে বিনয়েন্দ্ৰই নষ্ট কৰি থৈছিল। অমৰেন্দ্ৰৰ এই প্ৰস্তাৱৰ লগে লগেই বাকী থকা সম্পত্তিখিনি নিজৰ হাতলৈ আনিবৰ কাৰণে নানা উপায় চিন্তা কৰি শেষত বিনয়েন্দ্ৰই ওপৰত উল্লেখ কৰি অহা বাকী কেইজনৰ সহায়ত অমৰেন্দ্ৰক হত্যা কৰিবৰ কাৰণে প্ৰথম ষড়যন্ত্ৰ আৰম্ভ কৰে······

ইংৰাজী ১৯৩২ চনৰ অক্টোবৰ মাহত অমৰেন্দ্ৰ কিছুদিনৰ কাৰণে খুৰীয়েক ৰাণী সূৰ্য্যবতীৰ লগত দেওঘৰত আছিলহি। হঠাৎ এদিন কোনো খবৰ বাতৰি নিদিয়াকৈ কম্পাউণ্ডাৰ এজন লগত লৈ বিনয়েন্দ্ৰ দেওঘৰত উপস্থিত হয়হি। বিনয়েন্দ্ৰৰ আকস্মিক উপস্থিতিত কোনো আচৰিত নহল, কোনেও একো সন্দেহ নকৰিলে।···বিনয়েন্দ্ৰৰ এই আকস্মিক উপস্থিতি সকলোৱেই সহজ ভাবেই গ্ৰহণ কৰিলে।···

দেওঘৰত উপস্থিত হোৱাৰ দিনাই গধূলি পৰত অমৰেন্দ্ৰক লগত লৈ বিনয়েন্দ্ৰ ফুৰিবলৈ বুলি ঘৰৰপৰা ওলাই গল। বাটত গৈ থাকোঁতে এবাৰ বিনয়েন্দ্ৰই স্প্ৰিংয়ে ধৰি থকা পিন্‌ছনে ( Pince-nez ) নামৰ চশমা এজোৰ অমৰেন্দ্ৰৰ নাকত চেপা মাৰি পিন্ধাই দিলে। চশমাজোৰ নাকত লগাৰ লগে লগেই বিষত অমৰেন্দ্ৰই চিঞৰি উঠিল কিন্তু ককায়েকৰ এই আচৰণৰ অন্তৰালত লুকাই থকা দুৰভিসন্ধি অমৰেন্দ্ৰই নেদেখিলে। ককায়েকৰ প্ৰতি কোনো সন্দেহো অন্তৰত উপস্থিত নহল।······



এই ঘটনাৰ ঠিক পিছতেই, সেই দিনা ৰাতি, দেওঘৰ পৰিত্যাগ কৰি বিনয়েন্দ্ৰও আঁতৰি যায়।······

তিনদিনৰ পিছত অমৰেন্দ্ৰ হঠাৎ অসুস্থ হৈ পৰে। আত্মীয়-স্বজন চিন্তিত হল। সুৰেন্দ্ৰ নাথ মুখাৰ্জ্জী নামৰ এজন ডাক্তৰে অমৰেন্দ্ৰক পৰীক্ষা কৰি অমৰেন্দ্ৰ ধনুষ্টঙ্কাৰ ৰোগত আক্ৰান্ত হোৱা বুলি মত প্ৰকাশ কৰিলে—কিন্তু অমৰেন্দ্ৰ হঠাৎ এইদৰে আক্ৰান্ত হোৱাৰ কোনো কাৰণেই কোনেও নুবুজিলে। আন কি অমৰেন্দ্ৰই নিজেও ককায়েকে যে সেই দিনা চশমাজোৰ পিন্ধাই দিয়া চলেৰেই অমৰেন্দ্ৰৰ শৰীৰত ধনুষ্টঙ্কাৰ ৰোগৰ বীজাণু ভৰাই দিছিল, সেই কথাও সন্দেহ নকৰিলে।······

সুৰেন্দ্ৰনাথ মুখাৰ্জ্জীয়েও ধনুষ্টঙ্কাৰ ৰোগৰ প্ৰতিষেধক চিকিৎসা আৰম্ভ কৰিলে। অমৰেন্দ্ৰই তেওঁলোকৰ ঘৰৰ ডাক্তৰজন লৈ আহিবৰ কাৰণে ককায়েকৰ নামে পাকুৰলৈ এখন টেলিগ্ৰাম কৰে। কিন্তু বিনয়েন্দ্ৰই তেওঁলোকৰ ঘৰৰ ডাক্তৰজনৰ পৰিবৰ্ত্তে তাৰানাথ ভট্টাচাৰ্য্য নামৰ কলিকতাৰ ডাক্তৰ এজন লগত লৈ দেওঘৰত উপস্থিত হয়হি। বিনয়েন্দ্ৰই এই ডাক্তৰজনক তেওঁৰ সহকাৰী হিচাবে ৰখাবৰ কাৰণে ডাক্তৰ সুৰেন্দ্ৰনাথ মুখাৰ্জ্জীক ববকৈ অনুৰোধ কৰে। কিন্তু সুৰেন্দ্ৰনাথ মুখাৰ্জ্জীয়ে বিনয়েন্দ্ৰৰ এই অনুৰোধ ৰক্ষা কৰিবলৈ আপত্তি জনালে। কাৰণ, ডাক্তৰ সুৰেন্দ্ৰনাথ মুখাৰ্জ্জীয়ে যি চিকিৎসা কৰিছিল, সেই চিকিৎসা পৰিত্যাগ কৰি আন

চিকিৎসা কৰিবলৈ ডাক্তৰ মুখাৰ্জ্জীক তাৰানাথে নিৰ্দ্দেশ দিয়া কথা ডাঃ মুখাৰ্জ্জীয়ে ভাল পোৱা নাছিল। .....

তাৰানাথক লগত লৈ বিনয়েন্দ্ৰ আকৌ কলিকতালৈ উভতি গল। কিন্তু দহদিনমানৰ পিছত ডাক্তৰ ডি, আৰ, ধৰ নামৰ আন এজন ডাক্তৰ লগত লৈ বিনয়েন্দ্ৰ আকৌ দেওঘৰত উপস্থিত হলহি। এই ডাক্তৰজনে কলিকতাৰ পৰা আহোঁতে লগত এটা ইন্‌জেকছন লৈ আহিছিল। সেই ইনজেকছনটো ডাক্তৰ মুখাৰ্জ্জীৰ ইচ্ছাৰ বিৰুদ্ধেই ডাক্তৰ ধৰে অমৰেন্দ্ৰৰ শৰীৰত প্ৰয়োগ কৰে। কিন্তু এই ইন্‌জেকছনৰ দ্বাৰা ৰোগীৰ অৱস্থাৰ উন্নতি নহৈ ক্ৰমাৎ বেয়াহে হবলৈ ধৰিলে। ইন্‌জেকছনটো দিয়াৰ পিছদিনাই পুৱা ডাক্তৰ ধৰ বিনয়েন্দ্ৰৰ লগত কলিকতালৈ উভতি গল।

ঠিক এসপ্তাহৰ পিছত, কলিকতাৰ বিখ্যাত চিকিৎসক ডাক্তৰ শিৱপদ ভট্টাচাৰ্য্য এম, ডি'ক লগত লৈ ডাক্তৰ ধৰ আৰু বিনয়েন্দ্ৰ আকৌ দেওঘৰলৈ উভতি আহে। ডাক্তৰ শিৱপদ ভট্টাচাৰ্য্যই অমৰেন্দ্ৰক পৰীক্ষা কৰি লগত লৈ অহা এটা দৰব ব্যৱহাৰ কৰিবলৈ দিলে। কিন্তু অমৰেন্দ্ৰৰ আত্মীয়-স্বজনে বিনয়েন্দ্ৰৰ ইমান আত্মীয়তা সহজভাবে গ্ৰহণ কৰিব নোৱাৰিলে। তেওঁলোকৰ মনত বিনয়েন্দ্ৰৰ কিবা ষড়যন্ত্ৰ আছে বুলি সন্দেহ হোৱাত, ডাক্তৰ শিৱপদ ভট্টাচাৰ্য্যই দিয়া দৰবটো অমৰেন্দ্ৰক ব্যৱহাৰ কৰিবলৈ নিদিলে। .....

ডাক্তৰ ধৰে অমৰেন্দ্ৰক ইন্‌জেকছন দিয়া ঠাইডোখৰত



এটা ফোঁহোৰা হৈ ঘা লাগে। এই অসুখতেই অমৰেন্দ্ৰই ছমাহ কষ্ট পায়। ডাক্তৰে তুবাৰ অস্ত্ৰ চিকিৎসা (operation) কৰিবৰো আৱশ্যক হয়। ডাক্তৰ ধৰে অমৰেন্দ্ৰক যি ইন্‌জেকছন দিছিল সেই ইন্‌জেকছনত যে ধনুষ্টঙ্কাৰ ৰোগৰ বীজাণু মিহলি আছিল সেই কথা পিছত প্ৰমাণ হয়।..... অমৰেন্দ্ৰৰ শৰীৰত বেমাৰৰ বিহ প্ৰয়োগ কৰি অমৰেন্দ্ৰৰ মৃত্যু ঘটাবৰ কাৰণে যে বিনয়েন্দ্ৰই দিনে ৰাতিয়ে চেষ্টা কৰি আহিছিল ওপৰত উল্লেখ কৰা কাহিনীয়েই তাৰ প্ৰমাণ। কিন্তু বিনয়েন্দ্ৰ কৃতকাৰ্য্য হব নোৱাৰিলে।.....

এলাহাবাদ আৰু আন আন বেঙ্কত পাকুৰ জমীদাৰীৰ তেৰ হাজাৰ টকা জমা আছিল। সেই টকা উঠাই আনিবৰ কাৰণে ইংৰাজী ১৯৩২ চনৰ নবেম্বৰ মাহৰ পৰা বিনয়েন্দ্ৰই চেষ্টা কৰি আহিছিল। কিন্তু অকলে উঠাই আনিব নোৱাৰি ইংৰাজী ১৯৩৩ চনৰ জুন মাহত উত্তৰাধিকাৰী স্বত্ব প্ৰমাণ কৰি নিজৰ আৰু অমৰেন্দ্ৰৰ নামে এখন যুটীয়া চাৰ্টিফিকেত আদালতৰ পৰা মঞ্জুৰ কৰাই লয়। কিন্তু সেই চাৰ্টিফিকেত নিজে হস্তগত কৰিয়েই অমৰেন্দ্ৰই গম নোপোৱাকৈ বেঙ্কৰ পৰা তেৰ হাজাৰ টকা উঠাই আনে।

বিনয়েন্দ্ৰই বেঙ্কৰ পৰা টকা অনা কথা গম পাই অমৰেন্দ্ৰৰ খং উঠিল। নিজৰ অংশৰ সম্পত্তি ৰক্ষা কৰিবৰ কাৰণে আৱশ্যকীয় পৰামৰ্শ বিচাৰি অমৰেন্দ্ৰই উকীলৰ পৰামৰ্শ ললে। কিন্তু অমৰেন্দ্ৰৰ এই কাৰ্য্যত বিনয়েন্দ্ৰই বিৰক্তি বোধ কৰিলে।

ইয়াৰ কিছুদিনৰ পিছত, সেই চনৰ অক্টোবৰ মাহত পাকুৰৰ আদালতত দুয়ো ভায়েক-ককায়েকে সোতৰ হাজাৰ টকাৰ এটা ডিক্রি লাভ কৰে। ভায়েকে গম নোপোৱাকৈ, বিনয়েন্দ্ৰই অকলেই সেই টকা হস্তগত কৰিবলৈ মনে মনে অশেষ চেষ্টা কৰিলে; কিন্তু কৃতকাৰ্য্য হব নোৱাৰিলে। কাৰণ অমৰেন্দ্ৰই ককায়েকৰ দুৰভিসন্ধিৰ কথা গম পায়েই আদালতত আপত্তি জনোৱাত, আদালতত অমৰেন্দ্ৰৰ আপত্তি মঞ্জুৰ হয়। বিনয়েন্দ্ৰই ভায়েকক বঞ্চিত কৰি সেই টকা নিজৰ হাতলৈ আৰু আনিব নোৱাৰিলে।

এই ঘটনাই বিনয়েন্দ্ৰ আৰু অমৰেন্দ্ৰৰ মাজৰ শত্ৰুতা ভাব বেচিকৈ বঢ়াই তুলিলে। সুবিধা পালেই যে বিনয়েন্দ্ৰই অমৰেন্দ্ৰৰ অনিষ্ট নকৰাকৈ নেৰে সেই কথাও অমৰেন্দ্ৰ আৰু তেওঁৰ আত্মীয়-স্বজনৰ সকলোৰেই সন্দেহ কৰিবলৈ ধৰিলে। ভায়েক ককায়েকৰ মাজত শত্ৰুতা দেখি, শেষত আত্মীয়-স্বজনে দুয়োজন বেলেগ হৈ যোৱা কথা প্ৰস্তাব কৰিলে।···

দিন আগুৱাই যাবলৈ ধৰিলে। কিন্তু বিনয়েন্দ্ৰ আৰু অমৰেন্দ্ৰৰ মাজৰ অমিল ভাবৰ অলপো পৰিবৰ্ত্তন নঘটিল··· ·· ইয়াৰ মাজতে আৰু এটা ঘটনাও ঘটি গল। এদিন কলিকতাত অমৰেন্দ্ৰই জ্যোতিৰ্ম্ময়ী দেৱী নামৰ তেওঁলোকৰ এগৰাকী আত্মীয়া আৰু তেওঁৰ লগৰ আন আন কিছুমান মানুহৰ সৈতে কলিকতাৰ পূৰ্ণ থিয়েটাৰলৈ যায়। বিনয়েন্দ্ৰক তেওঁলোকৰ কোনেও লগধৰা নাছিল। কিন্তু পূৰ্ণ থিয়েটাৰত



উপস্থিত হৈয়ে খাদৰৰ কাপোৰ পিন্ধা, চুটি আৰু ক'লা মানুহ এটাৰ লগত বিনয়েন্দ্ৰ ঘূৰি ফুৰা তেওঁলোকৰ চকুত পৰিল। এই ক'লা মানুহটো কোন, ক'ব, বিনয়েন্দ্ৰৰ লগত এইদৰে কিয় ফুৰিছে তেওঁলোকে নুবুজিলে। আন কি, কোনো সন্দেহো তেওঁলোকৰ মনত উপস্থিত নহল। এই মানুহটোও যে এই কাহিনীৰ এটা প্ৰধান অঙ্গ, সেই কথা, পিছত বিচাৰৰ সময়তহে প্ৰথম প্ৰকাশ পায়। এই মানুহটো নোহোৱা হলে, এই কাহিনী বোধহয় আনদৰেই সমাপ্ত হলহেতেন; কিন্তু এই মানুহটো আচলতে কোন, ক'ব, সেই কথা আজিও কোনেও নাজানে।······

কিছুদিন কলিকতাত থকাৰ পিছত, ৰাণী সূৰ্য্যবতীয়ে ইং ২৬ নবেম্বৰ তাৰিখে অমৰেন্দ্ৰক লগত লৈ কলিকতা পৰিত্যাগ কৰিবৰ স্থিৰ কৰে। খুৰীয়েকৰ এই সিদ্ধান্তৰ কথা বিনয়েন্দ্ৰই কেনেবাই গম পাই, সেই তাৰিখে বিনয়েন্দ্ৰ নিজেও ষ্টেচনলৈ আহি তেওঁলোকক বিদায় দিব বুলি খুৰীয়েকক জানিবলৈ দিয়ে। বিনয়েন্দ্ৰৰ এই প্ৰস্তাৱত ৰাণী সূৰ্য্যবতী আচৰিত নহল। তেওঁ প্ৰস্তাৱটো সহজভাবেই গ্ৰহণ কৰিলে।······

২৬ নবেম্বৰৰ দিনা অমৰেন্দ্ৰ, অমৰেন্দ্ৰৰ বায়েক বনবালা আৰু অমৰেন্দ্ৰৰ ভাগিনীয়েক অনিমা ৰাণী সূৰ্য্যবতীৰ লগত হাওৰা ষ্টেচনত উপস্থিত হয়হি। ষ্টেচনৰ মুখত বিনয়েন্দ্ৰৰ লগত তেওঁলোকৰ দেখা হয়।······গোটেই দলটো ট্ৰেইনত উঠিবৰ কাৰণে প্লেটফৰমৰ ফালে আগবাঢ়ি গল। দলটোৰ

আগত অমৰেন্দ্ৰ, সকলোৰে শেষত বিনয়েন্দ্ৰ।......লোকে লোকাৰণ্য।......মানুহৰ মাজেদি লাহে লাহে দলটো আগবাঢ়িবলৈ ধৰিলে। হঠাৎ আগফালৰ পৰা খাদৰ পিন্ধা চুটি, ক'লা মানুহ এটাই অমৰেন্দ্ৰক আকস্মিকতেই ঠেলা মাৰি দিলেহি। লগে লগেই কোনোবাই বেজীৰে সোঁ বাহুটোত খোচা দিয়া যেন অনুভব কৰি "মোক কোনোবাই খুচিলে" বুলি অমৰেন্দ্ৰয়ো চিঞৰি উঠিল।......চোলাটোৰ হাতটো ডাঙ্গি চাওঁতেই বেজীৰ খোচৰ চিনটো সকলোৰে চকুত পৰিল। অমৰেন্দ্ৰৰ চিঞৰৰ লগে লগেই বিনয়েন্দ্ৰ ওচৰ চাপি আহি অমৰেন্দ্ৰৰ বাহুটো নিজৰ হাতেৰে পিহি দি একো দুৰ্ঘটনা হোৱা নাই বুলি গোটেই ঘটনাটো পাতল কৰিবলৈ চেষ্টা কৰিলে। কিন্তু অমৰেন্দ্ৰৰ আত্মীয়-স্বজনে বিনয়েন্দ্ৰৰ আশ্বাস সত্বেও কথাটো পাতল ভাবে গ্ৰহণ কৰিব নোৱাৰিলে। কিবা এটা বিশেষ অঘটন ঘটা বুলিয়েই সকলোৰে মনত সন্দেহ হল।......অমৰেন্দ্ৰৰ লগত মনোমালিন্য থকা সত্বেও বিনয়েন্দ্ৰক ষ্টেচনত দেখি দলটোৰ আটাইখনেই আচৰিত হৈছিল। বিনয়েন্দ্ৰই যেতিয়া ঘটনাটো পাতল কৰিবলৈ চেষ্টা কৰিলে; দলটোৰ প্ৰায় আটাইখনৰে মন সন্দেহেৰে ভৰি উঠিল। কলিকতালৈ উভতি গৈ ডাক্তৰৰ দ্বাৰা তেজ পৰীক্ষা কৰাবৰ কাৰণে সকলোৱে অমৰেন্দ্ৰক নিৰ্দ্দেশ দিলে। কিন্তু বিনয়েন্দ্ৰই এই নিৰ্দ্দেশ তিলকে তাল কৰা বুলি উপ্‌লুঙা কৰি আটাইখনকে খং কৰি, অমৰেন্দ্ৰক নিশ্চিন্ত মনে পাকুৰলৈ



উভতি যাবৰ কাৰণে উৎসাহিত কৰিবলৈ ধৰিলে। অনিশ্চিত হৈয়ে, অমৰেন্দ্ৰও কলিকতালৈ উভতি নাহি, পাকুৰলৈকে যাত্ৰা কৰিলে। কিন্তু পাকুৰ পোৱাৰ লগে লগেই, অমৰেন্দ্ৰৰ আত্মীয়-স্বজনে আৰু বন্ধু-বান্ধৱে অমৰেন্দ্ৰক কলিকতালৈ গৈ তেজ পৰীক্ষা কৰাব কাৰণে বাৰে বাৰে অনুৰোধ কৰিবলৈ ধৰিলে।

শেহত নবেম্বৰ মাহৰ ২৯ তাৰিখে অমৰেন্দ্ৰ কলিকতালৈ আকৌ উভতি আহিল। কলিকতাত নলিনীৰঞ্জন সেনগুপ্ত নামৰ এজন ডাক্তৰে অমৰেন্দ্ৰক পৰীক্ষা কৰি অমৰেন্দ্ৰৰ সোঁ-বাহুটোত ইন্‌জেকছন দিয়াৰ নিচিনা এটা চিন দেখিয়েই, অলপো সময় নষ্ট নকৰাকৈ তেওঁৰ তেজ পৰীক্ষা কৰাবৰ কাৰণে অমৰেন্দ্ৰক উপদেশ দিয়ে।

ডাক্তৰ সন্তোষ কুমাৰ গুপ্ত নামৰ এজন চিকিৎসকে অমৰেন্দ্ৰৰ তেজ পৰীক্ষা কৰিলে। কিন্তু ইং ১৯৩৩ চনৰ ৪ ডিচেম্বৰ তাৰিখে প্লেগত ভুগি হঠাতেই অমৰেন্দ্ৰৰ কলিকতাত মৃত্যু হয়।

ডাক্তৰ সন্তোষ কুমাৰ গুপ্তই নানা প্ৰকাৰে অমৰেন্দ্ৰৰ তেজ পৰীক্ষা কৰি অমৰেন্দ্ৰ প্লেগত আক্ৰান্ত হৈছে বুলি গম পায়েই পাবলিক হেলথ বিভাগক সংবাদ দিয়ে।

আকস্মিক ভাবেই অমৰেন্দ্ৰৰ মৃত্যু ঘটিল। অমৰেন্দ্ৰৰ আকস্মিক মৃত্যুৰ অন্তৰালত থকা লোমহৰ্ষক দুৰভিসন্ধিও কাৰো দৃষ্টিগোচৰ নহল। আন কি ডাক্তৰ শিৱপদ ভট্টাচাৰ্য্যই

অমৰেন্দ্ৰৰ মৃত্যুৰ কাৰণ দর্শাই যিখন চাৰ্টিফিকেত দিলে, তাতো অমৰেন্দ্ৰ নিউমুনিয়া ৰোগত আক্রান্ত হৈ মৰা বুলিয়েই তেওঁ মত প্ৰকাশ কৰিলে।...কিন্তু পাকুৰৰ ৰাজ-পৰিয়ালৰ কিছুমানৰ মনত অমৰেন্দ্ৰৰ এই আকস্মিক মৃত্যু কোনো অস্বাভাবিক কাৰণবশতঃ হোৱা বুলিয়েই সন্দেহ হৈ আছিল। এই সন্দেহ দূৰ কৰিবৰ কাৰণেই ইং ১৯৩৪ চনৰ জানুৱাৰী মাহৰ ২২ তাৰিখে কমলাপ্ৰসাদ পাড়ে নামৰ এজন আত্মীয়ই অমৰেন্দ্ৰৰ মৃত্যুৰ কাৰণ তদন্ত কৰিবৰ কাৰণে কিছুমান ঘটনা লিপিবদ্ধ কৰি কলিকতাৰ পুলিচৰ ওচৰত এখন আবেদন পত্ৰ দাখিল কৰে। ইয়াৰ আগতে অমৰেন্দ্ৰৰ আকস্মিক মৃত্যু সম্পৰ্কে পুলিচক জনোৱাৰ কিবা আৱশ্যক আছে বুলিও তেওঁলোকৰ কোনেও ভবা নাছিল।......

উক্ত আবেদন পত্ৰ পোৱাৰ লগে লগেই পুলিচেও তদন্ত আৰম্ভ কৰে। শৰৎ চন্দ্ৰ মিত্ৰ নামৰ চোৰাংচোৱা বিভাগৰ এজন দাৰোগাই কলিকতা আৰু বোম্বাই চহৰত নানা ৰকমৰ তদন্ত কৰি অমৰেন্দ্ৰৰ আকস্মিক মৃত্যু সম্পৰ্কীয় কিছুমান অভাৱনীয় কথা সংগ্ৰহ কৰি ইং ১৯৩৪ চনৰ ১৬ ফেব্ৰুয়াৰী তাৰিখে বোম্বাইলৈ যাওঁতে আচানছ'ল ষ্টেচনত বিনয়েন্দ্ৰক গ্ৰেপ্তাৰ কৰে। ইয়াৰ পিছত সেই চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে তাৰানাথ ভট্টাচাৰ্য্য নামৰ ডাক্তৰ জনকো পুলিচে গ্ৰেপ্তাৰ কৰি আনে।

পুলিচৰ তদন্তৰ ফলত অমৰেন্দ্ৰক হত্যা কৰাৰ কাৰণে



বিনয়েন্দ্ৰই কৰা সকলো ষড়যন্ত্ৰৰ কথা এটা এটাকৈ বাহিৰ হৈ পৰিল। বিনয়েন্দ্ৰৰ এই ষড়যন্ত্ৰত ডাক্তৰ তাৰানাথ ভট্টাচাৰ্য্য বিনয়েন্দ্ৰৰ প্ৰধান সহায় আছিল।... অমৰেন্দ্ৰৰ শৰীৰত প্লেগৰ বীজাণু প্ৰয়োগ কৰি অমৰেন্দ্ৰৰ মৃত্যু ঘটাবৰ উদ্দেশ্যে ডাক্তৰ তাৰানাথে প্লেগৰ বীজাণু বিচাৰি ইং ১৯৩২ চনৰ ১২ মে তাৰিখে বোম্বাইৰ "হফ্‌কিন অনুষ্ঠান"লৈ সোনকালে উত্তৰ পাবৰ কাৰণে অগ্ৰিম পইচা দি এখন জৰুৰী টেলিগ্ৰাম কৰে। সেই টেলিগ্ৰামত ডাক্তৰ তাৰানাথে কিবা গবেষণাৰ কাৰণে তেওঁক প্লেগৰ বীজাণু লাগে বুলি মিছা উক্তি কৰিছিল। আচলতে প্লেগ সম্পৰ্কে ডাক্তৰ তাৰানাথে কোনো গবেষণা কৰা নাছিল। অমৰেন্দ্ৰক হত্যা কৰিবৰ কাৰণেই প্লেগৰ বীজাণু বিচাৰি মিছা উক্তি কৰি ওপৰত উল্লেখ কৰা টেলিগ্ৰামখন ডাক্তৰ তাৰানাথে "হফ্‌কিন অনুষ্ঠান"লৈ পঠিয়াইছিল। বোম্বাইৰ "হফ্‌কিন অনুষ্ঠান"ৰ ( Hoffkins Institute ) বাহিৰে ভাৰতবৰ্ষৰ আন কোনো ঠাইত প্লেগ-বীজাণু সম্পৰ্কে কোনো গবেষণাগাৰ নথকাত, ভাৰতবৰ্ষৰ আন ঠাইত প্লেগৰ বীজাণু পোৱা নগৈছিল। ডাক্তৰ তাৰানাথে ডি. টি. এম. ( D. T. M. ) পৰীক্ষা পাছ কৰা নাছিল। কিন্তু এই পৰীক্ষা পাছ নকৰালৈকেয়ে "হফ্‌কিন অনুষ্ঠান"লৈ পঠোৱা টেলিগ্ৰামখনত তেওঁ মিছা কৈ তেওঁৰ নামৰ পিছত ডি. টি. এম. বোলা ডাক্তৰী উপাধিটোও লিখি দিছিল।...

"হফ্কিন অনুষ্ঠান"ৰ কর্তৃপক্ষই বঙ্গদেশৰ ছাৰ্জন জেনেৰেলৰ ( Surgeon General ) অনুমতি নোলোৱাকৈ ডাক্তৰ তাৰানাথক প্লেগৰ বীজাণু দিবলৈ অসম্মতি জনাই তেওঁলৈ খবৰ দিয়ে।...

ডাক্তৰ তাৰানাথে যি তাৰিখে "হফ্কিন অনুষ্ঠান"লৈ প্লেগৰ বীজাণু বিচাৰি টেলিগ্ৰাম কৰে, সেই তাৰিখেই অমৰেন্দ্ৰয়ো ককায়েক বিনয়েন্দ্ৰৰ একান্ত ইচ্ছাৰ বিৰুদ্ধেই তেওঁৰ সম্পত্তি চলাবৰ কাৰণে আন কেইজনমান মানুহক ক্ষমতা দিছিল ( Executed General Power of Attorney )।...

"হফ্কিন অনুষ্ঠান"ৰ কর্তৃপক্ষৰ পৰা আশানুৰূপ উত্তৰ নাপাই প্লেগৰ বীজাণু সংগ্ৰহ কৰিবৰ দুৰভিসন্ধিৰেই তাৰানাথ শেষত কলিকতাৰ খ্যাতনামা চিকিৎসক ডাক্তৰ উকীলৰ ওচৰ পায়গৈ। কলিকতাত ডাক্তৰ উকীলৰ নিজৰ এটা গবেষণাগাৰ আছিল। ডাক্তৰ তাৰানাথে প্লেগৰ এটা দৰৱ বাহিৰ কৰিছে বুলি ডাক্তৰ উকীলক জনোৱাত ডাক্তৰ উকীলে তাৰানাথৰ কথা বিশ্বাস কৰি তাৰানাথক তেওঁৰ গবেষণাগাৰত উক্ত দৰৱ সম্পৰ্কে আৱশ্যকীয় গবেষণা কৰিবলৈ অনুমতি দিয়ে। কিন্তু ডাক্তৰ উকীলে তেওঁৰ গবেষণালয়ত থকা প্লেগৰ বীজাণু চুবলৈ তাৰানাথক অনুমতি নিদিলে।

ডাক্তৰ উকীলৰ গবেষণালয়লৈ কিছুদিন অহা-যোৱা কৰিও



প্লেগ বীজাণু সংগ্ৰহ কৰিব নোৱাৰি, শেষত তাৰানাথে ডাক্তৰ উকীলৰ পৰা "হফ্কিন অনুষ্ঠান"ৰ কর্তৃপক্ষলৈ তেওঁক ( ডাঃ তাৰানাথক ) প্লেগ সম্পৰ্কে গবেষণা কৰিবৰ সুবিধা দিব লাগে বুলি এখন পৰিচয়-পত্ৰ লিখাই লয়। কিন্তু উক্ত পৰিচয়-পত্ৰ হস্তগত কৰিও ডাক্তৰ তাৰানাথ নিজে বোম্বাই চহৰলৈ নগল। তাৰানাথৰ পৰিবর্তে সেই পৰিচয়-পত্ৰ সহ বিনয়েন্দ্ৰ নিজেই বোম্বাই চহৰত উপস্থিত হলহি। বোম্বাই চহৰ পোৱাৰ ঠিক পিছদিনাই বিনয়েন্দ্ৰই "হফ্কিন অনুষ্ঠান"ৰ ডাক্তৰ নাইডুৰ লগত দেখা কৰি নিজকে ডাক্তৰ তাৰানাথৰ এজন বন্ধু বুলি পৰিচয় দিয়ে। কিন্তু ডাক্তৰ নাইডুৱে অনুষ্ঠানৰ ডিৰেক্টৰৰ অনুমতি নোহোৱাকৈ ডাঃ তাৰানাথক উক্ত অনুষ্ঠানত গবেষণা কৰিবলৈ দিব নোৱাৰে বুলি উত্তৰ দিয়ে। ডাঃ নাইডুৰ এই উত্তৰত হতাশ হৈ সেই ৰাতিয়েই বোম্বাই চহৰ পৰিত্যাগ কৰি বিনয়েন্দ্ৰ আকৌ কলিকতালৈ ঘূৰি আহিল।

সেই বছৰৰ জুলাই মাহত বিনয়েন্দ্ৰ আকৌ বোম্বাই চহৰত উপস্থিত হলহি। এইবাৰ আগেয়ে থাকি যোৱা "অৰিয়েণ্ট হোটেল"ত নাথাকি "ছি-ভিউ" নামৰ আন এটা হোটেলত থাকিলহি।......বোম্বাই চহৰত ভৰি দিয়েই প্লেগৰ বীজাণু সংগ্ৰহ কৰিবৰ কাৰণে বিনয়েন্দ্ৰই অশেষ চেষ্টা কৰিবলৈ ধৰিলে। আন কি "হফ্কিন অনুষ্ঠান"ৰ দুজন ডাক্তৰক টকাৰ প্ৰলোভন দেখুৱাবলৈকো বিনয়েন্দ্ৰ পিছ

নপৰিল। কিন্তু বিনয়েন্দ্ৰই কোনো সুবিধা কৰিব নোৱাৰিলে। "হফ্‌কিন অনুষ্ঠান"ৰ ডাক্তৰে প্লেগৰ বীজাণু দিবলৈ বিনয়েন্দ্ৰক অসন্মতি জনালে।……বিনয়েন্দ্ৰ বোম্বাই চহৰত থাকোঁতেই বোম্বাই চহৰৰ "আৰথাৰ ৰোড"ত থকা সংক্ৰামক ব্যাধিৰ চিকিৎসালয়ত প্লেগৰ বীজাণু পাব পাৰে বুলি কাৰোবাৰ মুখে জানিব পাৰিয়েই সেই চিকিৎসালয়ৰ প্ৰধান ডাঃ পেটেলৰ লগত বিনয়েন্দ্ৰই দেখা কৰে। ডাঃ পেটেলেও সেই চিকিৎসালয়ৰ গবেষণাগাৰত প্লেগৰ চিকিৎসা সম্পৰ্কে গবেষণা কৰিবৰ কাৰণে তাৰানাথক অনুমতি দিয়ে।…ডাঃ পেটেলৰ পৰা অনুমতি লাভ কৰিয়েই বিনয়েন্দ্ৰই তাৰানাথলৈ খবৰ দিয়ে। জুলাই মাহৰ ৭ তাৰিখে ডাঃ তাৰানাথ বোম্বাই চহৰত উপস্থিত হয়হি। বোম্বাই চহৰত ডাঃ পেটেলে তেওঁৰ সহকাৰী ডাঃ মেহতাৰ লগত তাৰানাথক লগ লগাই দিয়ে।……ডাঃ মেহতাই বিনয়েন্দ্ৰৰ অনুৰোধ মতে ডাঃ পেটেলৰ পৰা "হফকিন অনুষ্ঠান"লৈ এখন চিঠি লৈ গৈ তাৰ পৰা তাৰানাথৰ কাৰণে এচিচা প্লেগৰ বীজাণু আনি থৈছিল।……

বোম্বাইত তাৰানাথ আৰু বিনয়েন্দ্ৰ একেলগে একেটা হোটেলতে থাকিবলৈ ধৰিলে। তাৰানাথ বজাৰৰ পৰা কিছুমান এন্দুৰ কিনি নি সেই এন্দুৰবোৰৰ শৰীৰত প্লেগৰ বীজাণু প্ৰয়োগ কৰি প্লেগৰ বীজাণুৱে কেনেকৈ কাম কৰে পৰীক্ষা কৰিবলৈ আৰম্ভ কৰিলে। কিন্তু এই পৰীক্ষা



তাৰানাথে বেচি দিন নকৰিলে। পাঁচদিন গবেষণা কৰাৰ পিছত, পঞ্চম দিনা হঠাৎ আধা পৰীক্ষা কৰা এন্দুৰ এটা এৰি থৈ বিশেষ কাম আছে বুলি ডাক্তৰ মেহতাৰ পৰা বিদায় লৈ তাৰানাথে বোম্বাই চহৰ পৰিত্যাগ কৰে। বোম্বাই চহৰ এৰি অহাৰ সময়ত আকৌ বোম্বাই চহৰলৈ ঘূৰি আহিব বুলিও তাৰানাথে ডাঃ মেহতাক প্ৰতিশ্ৰুতি দিয়ে। কিন্তু সেই প্ৰতিশ্ৰুতি তাৰানাথে ৰক্ষা নকৰিলে। কাৰণ, যি উদ্দেশ্য লৈ তাৰানাথ বোম্বাই চহৰলৈ গৈছিল, সেই উদ্দেশ্য সিদ্ধি হোৱাৰ পিছত পুনৰ বোম্বাইলৈ যোৱাৰ আৰু কোনো আৱশ্যকতা নাছিল। এন্দুৰৰ শৰীৰত প্ৰয়োগ কৰিবৰ কাৰণে দিয়া প্লেগৰ বীজাণু কোনেও গম নোপোৱাকৈ মনে মনে নিজে হস্তগত কৰি তাৰানাথ বোম্বাই চহৰ পৰিত্যাগ কৰি গুছি আহে। আন কি বোম্বাই চহৰ এৰি অহাৰ পিছতো তাৰানাথে ডাক্তৰ পেটেল কিম্বা ডাক্তৰ মেহতালৈ কোনো চিঠি-পত্ৰ দিয়াও প্ৰয়োজন বুলি নাভাবিলে।…

বিনয়েন্দ্ৰই বোম্বাই চহৰত থাকোঁতেই "বম্বে মিউচুয়েল লাইফ এছুৱেৰেন্স কোম্পানী"ত অমৰেন্দ্ৰৰ নামে ৫১০০০৲ (একাৱন) হাজাৰ টকাৰ এটা জীৱন বীমা কৰিবৰ কাৰণে অশেষ চেষ্টা কৰে। অমৰেন্দ্ৰৰ মৃত্যুৰ পিছত কোনো গোলমাল নকৰাকৈ কোম্পানীয়ে বিনয়েন্দ্ৰক টকাটো আদায় দিব লাগিব বুলি বিনয়েন্দ্ৰই এটা চৰ্ত্ত দিয়ে। কিন্তু কোম্পানীয়ে বিনয়েন্দ্ৰৰ এই চৰ্ত্ত গ্ৰহণ কৰিবলৈ আপত্তি

কৰাত অমৰেন্দ্ৰৰ নামে বিনয়েন্দ্ৰই কোনো জীৱন বীমা কৰাব নোৱাৰিলে।

তাৰানাথে বোম্বাই চহৰৰ পৰা চুৰ কৰি অনা সজীৱ প্লেগৰ বীজাণু খিনিৰে এবিধ বিষাক্ত বস্তু তৈয়াৰ কৰি সেই বিহ অমৰেন্দ্ৰৰ শৰীৰত প্ৰয়োগ কৰিবৰ কাৰণে ওপৰত উল্লেখ কৰি অহা সেই ক'লা, চুটি, খাদৰৰ কাপোৰ পিন্ধা মানুহটোৰ সহায় লয়। এই মানুহটো কোন আজিও কোনেও নাজানে। কিন্তু এই মানুহটোৱেই ইং ১৯৩৩ চনৰ ২৬ নবেম্বৰ তাৰিখে হাওৰা ষ্টেচনত অমৰেন্দ্ৰৰ সোঁ বাহুটোত উক্ত বিহ প্ৰয়োগ কৰে।...সেই দিনা, অমৰেন্দ্ৰক চিনাবৰ কাৰণেই বিনয়েন্দ্ৰই এই মানুহটোক পূৰ্ণ থিয়েটাৰলৈ লৈ গৈছিল।...

বিনয়েন্দ্ৰ আৰু তাৰানাথৰ বাহিৰেও ডাঃ শিৱপদ ভট্টাচাৰ্য্য আৰু ডাঃ দুৰ্গাৰতন ধৰকো পুলিচে গ্ৰেপ্তাৰ কৰে। কিন্তু সেই ক'লা, চুটি, খাদৰৰ কাপোৰ পিন্ধা মানুহটোক পুলিচে বিচাৰি উলিয়াব নোৱাৰিলে।...বঙ্গদেশৰ আলিপুৰৰ ছেচন আদালতত নৰহত্যা অপৰাধৰ ষড়যন্ত্ৰকাৰী বুলি আৰু আন আন অপৰাধত অভিযুক্ত হৈ আটাই কেইজন আচামীৰে বিচাৰ হয়।...সেই বিচাৰত অমৰেন্দ্ৰৰ বায়েক বনলতা দেৱীয়ে হাওৰা ষ্টেচনৰ সেই ঘটনাটোৰ বিৱৰণ এইদৰে দিয়ে—

"দেওবাৰে আমি হাওৰা ষ্টেচনলৈ আহো। অমৰ, অনিমা, ৰাণী সূৰ্য্যবতী আৰু মই একেখন টেক্সিৰেই ষ্টেচন পাওঁহি। হাওৰা ষ্টেচনত বিনয়েন্দ্ৰক লগ পাওঁ। আমাৰ টেক্সিখনৰ



আগত আন এখন টেক্সি থিয় হৈ আছিল। দাদাই (বিনয়েন্দ্ৰই) কাৰোবাক কিবা এটা সঙ্কেত দিয়া যেন গম পালো। তেওঁ আমাৰ গাৰীখন কাৰোবাক দেখুৱাই দিলে। কিন্তু এই সঙ্কেত তেওঁ কাক দিলে বুজিব নোৱাৰিলো। অমৰ গাৰীৰ পৰা নামি ষ্টেচনৰ ফালে গল কিন্তু আকৌ উভতি আহিল। আমাক লগত লৈ অমৰ আৰু দাদা (বিনয়েন্দ্ৰ) ষ্টেচনৰ ফাললৈ আগবাঢ়ি গল। সকলোৰে আগত অমৰ গৈছিল। অমৰৰ পিছে পিছে আমি গৈ আছিলো। দাদা সকলোৰে শেহত আহিছিল। ষ্টেচনৰ দুৱাৰমুখ পাৰ হওঁতেই, কোনোবাই বেজীৰে বিন্ধিলে বুলি অমৰে চিঞৰি উঠিল। অমৰৰ সোঁ বাহুটোত বেজীৰ খোচৰ নিচনা চিন এটা চকুত পৰিল। অমৰৰ গাত কোট এটা, পাঞ্জাবী এটা আৰু চাদৰ এখন আছিল। পাঞ্জাবীটোৰ হাতত পনীয়া কিবা বস্তু এটাও লাগি আছিল। প্লেটফৰমত কমলা প্ৰসাদকে, অশোককে লগ পাওঁ। ট্ৰেইনত উঠাৰ পিছত অমৰে "আইদিন" বিচাৰে। মই সেই ঠাই ডোখৰত "আইদিন" লগাই দিলো। ঠাই ডোখৰ কাটি পেলাবৰ কাৰণে অমৰে কটাৰি এখন বিচাৰিলে। কিন্তু আমাৰ লগত কটাৰি নাছিল।—"আইদিন" লগাই থাকোঁতে, অমৰে সেই মানুহটোক দেখিছিল নে নাই, আৰু মানুহটো ভদ্ৰলোক নে কি, বুলি মই প্ৰশ্ন কৰোঁতে, মানুহটো ভদ্ৰলোক নহয় বুলি অমৰে উত্তৰ দিলে......"

বিচাৰৰ সময়ত অমৰেন্দ্ৰ প্লেগ হৈ মৰা নাই বুলিয়েই বিনয়েন্দ্ৰই উক্তি কৰে। বাকী আচামীবিলাকেও নিজকে নিৰ্দ্দোষী বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু বিচাৰত জুৰি সকলে বিনয়েন্দ্ৰ আৰু তাৰানাথক দোষী সাব্যস্ত কৰিলে আৰু ডাক্তৰ শিৱপদ ভট্টাচাৰ্য্য আৰু ডাক্তৰ দুৰ্গাৰতন ধৰক নিৰ্দ্দোষী বুলি ৰায় দিয়ে। বিচাৰক জজ চাহাবেও জুৰি সকলৰ মত গ্ৰহণ কৰি বিনয়েন্দ্ৰ আৰু তাৰানাথক দোষী সাব্যস্ত কৰি মৃত্যুদণ্ডৰ ( ফাঁচিৰ ) হুকুম দি শিৱপদ আৰু দুৰ্গাৰতন ধৰক নিৰ্দ্দোষী বুলি মুক্তি দিয়ে।

এই গোচৰত বঙ্গদেশৰ ভূতপূৰ্ব্ব মন্ত্ৰী শ্ৰীযুত বৰদাপ্ৰসন্ন পাইন মহোদয়ো কেইজনমান আচামীৰ হৈ নিযুক্ত হৈছিল।

উক্ত হুকুমৰ বিৰুদ্ধে বিনয়েন্দ্ৰ আৰু তাৰানাথে কলিকতা হাইকোৰ্টত আপীল কৰে। হাইকোৰ্টৰ জজ চাহাবেও প্লেগৰ বীজাণু প্ৰয়োগ কৰাৰ ফলতেই যে অমৰেন্দ্ৰৰ মৃত্যু ঘটিছে, সেই উক্তি সত্য বুলি গ্ৰহণ কৰে। কিন্তু আইনসঙ্গত কাৰণত হাইকোৰ্টে ছেচন জজৰ মৃত্যু দণ্ডৰ হুকুম ৰদ কৰি আচামীদ্বয়ক যাবজ্জীৱন কাৰাদণ্ডৰ আদেশ দিয়ে।...

মৃত্যু দণ্ডৰ পৰা ৰক্ষা পৰি বিনয়েন্দ্ৰ আৰু তাৰানাথ ফাটেকলৈ গল। কিন্তু জগতবাসীৰ চকুত ভাতৃঘাতক বিনয়েন্দ্ৰ আৰু নৰঘাতক তাৰানাথ চিৰদিনৰ কাৰণেই ঘৃণনীয় হৈয়ে ফাটেকত জীয়াই ৰল।

---

# আত্মহত্যা নে ইচ্ছাকৃত নৰহত্যা?

পুৰুষ ৰমণীৰ, পৰস্পৰৰ প্ৰতি পৰস্পৰৰ যি অনুৰাগ, সেয়ে প্ৰেম, সেয়ে প্ৰণয়-বন্ধন। প্ৰেম অন্ধ, তাৰ গতি আকস্মিক, অনিৰ্দ্দিষ্ট।

আকস্মিক ভাবেই পঞ্জাব প্ৰদেশৰ অমৃতচৰ নগৰৰ ধনী মহিলা ৰাণী ভগৱান কউৰ কহনচাঁদ নামৰ এটা সাধাৰণ মানুহৰ প্ৰতি এদিন আকৰ্ষিত হৈ পৰিল। সৰ্ব্বসাধাৰণৰ দৃষ্টিত এটা অভাৱনীয় কথা। কিন্তু অভাৱনীয় হলেও, প্ৰেম অন্ধ, তাৰ গতি চিৰদিনেই আকস্মিক, অনিশ্চিত। কাৰণ কহনচাঁদ অকল এটা সাধাৰণ চকিদাৰেই নাছিল, ৰাণী ভগৱান কউৰতকৈ সি বয়সত ছবছৰৰ সৰুও আছিল। ৰাণী ভগৱান কউৰৰ লগত প্ৰথম যেতিয়া তাৰ ঘনিষ্ঠতা হয়, তেতিয়া তাৰ বয়স আছিল মুঠেই ২৮ বছৰ।......

কাশ্মীৰৰ অন্তৰ্গত পোন্চ ষ্টেটৰ জমীদাৰ সকলৰ অমৃতচৰত এটা বিৰাট হাউলি আছিল। সেই হাউলি অমৃতচৰ নগৰৰ সকলোৰেই পৰিচিত। চাৰিওফালে ওখ দেৱাৰে ঘেৰা এটা ডাঙ্গৰ টোল। তাৰ ভিতৰত শাৰী শাৰী ঘৰ; কিছুমান অফিচ, কিছুমান মানুহ থকা, কিছুমান আন

কামৰ কাৰণে ৰখা বাহিৰা ঘৰ। দুখন ডাঙৰ চোতাল, ফুলৰ বাগিছা, চাকৰ-নাকৰ। চাৰিওফালে জয় জয়, ময় ময়। অমৃতচৰ নগৰত গোটেই টোলটো 'হাৱেলি' বুলিয়েই জনাজাত।......হাৱেলিৰ ভিতৰলৈ যাবৰ কাৰণে এখন মাত্ৰ দুৱাৰমুখ। সেই দুৱাৰেদি নাহিলে হাৱেলিৰ ভিতৰ সোমাবলৈ আন বাট আৰু নাছিল।......মাহে দহ টকা দৰ্ম্মহাত এই হাৱেলিৰেই কহনচাঁদ আছিল এটা চকিদাৰ আৰু পোন্‌চৰ জমীদাৰ বংশৰ ৰাণী ভগৱান কউৰো এই সময়তেই এই হাৱেলিতেই বসবাস কৰি আছিল।...অলঙ্ঘনীয় এটা ব্যবধান, সংযোগ হবৰ কোনোদিনেই উপায় নাছিল। কিন্তু আকস্মিক ভাবেই এই অলঙ্ঘনীয় ব্যবধানো এদিন আঁতৰি গল। কহনচাঁদ আৰু ৰাণী ভগৱান কউৰ পৰস্পৰ পৰস্পৰৰ প্ৰতি হঠাতেই আকৰ্ষিত হৈ পৰিল। যি এদিন অসম্ভৱ আছিল, সিয়েই সম্ভৱ হৈ উঠিল। পোন্‌চৰ জমীদাৰৰ বংশৰ ৰাণী ভগৱান কউৰ কহনচাঁদ চকিদাৰৰ প্ৰণয়-পাশত আবদ্ধ হল।..

ইংৰাজী ১৯১০ চনৰ জুলাই মাহত ৰাণী ভগৱান কউৰ তীৰ্থ ভ্ৰমণ উপলক্ষে এবাৰ হিন্দুৰ পৰম পবিত্ৰ তীৰ্থ হৰিদ্বাৰত উপস্থিত হয়হি আৰু তাতেই কহনচাঁদৰ লগত তেওঁৰ প্ৰথম ঘনিষ্ঠতা আৰম্ভ হয়। তীৰ্থ ভ্ৰমণ উপলক্ষ্য কৰি ৰাণী ভগৱান কউৰো সেইবাৰ হৰিদ্বাৰতেই তিনিমাহ থাকে। এই তিনি মাহৰ ভিতৰত কহনচাঁদ আৰু তেওঁৰ মাজৰ ঘনিষ্ঠতা ক্ৰমে



বিশেষ এটা বন্ধুত্বত পৰিণত হয়......এই ঘনিষ্ঠতা, এই বন্ধুত্ব, আচলতে কেনে ধৰণৰ আছিল, সেই সম্পৰ্কে বিস্তৃত বিবৰণ নিদিলেও সেই কথা সহজেই অনুমান কৰিব পাৰি।...

হৰিদ্বাৰলৈ অহাৰ কিছুদিন আগতে কহনচাঁদৰ ঘৈণীয়েকৰ মৃত্যু হয়। স্ত্ৰী বিয়োগ দুখত কহনচাঁদ নিজেও তেনেই নিৰ্জ্জীৱ হৈ পৰিছিল। কিন্তু সদ্য-বিপত্নীক ২৮ বছৰীয়া কহনচাঁদৰ দুখত দুখী হৈ ৰাণীৰো প্ৰাণ যেন তাৰ কাৰণে কান্দিবলৈ ধৰিলে। কহনচাঁদৰ প্ৰতি ৰাণীৰ অন্তৰ কৰুণাৰে ভৰি পৰিল। কহনচাঁদৰ দুখ দূৰ কৰিবৰ কাৰণেই যেন ৰাণী ভগৱান কউৰেও তাৰ প্ৰতি বিশেষ যত্নৰ ব্যৱস্থা কৰিবলৈ ধৰিলে।...

পোন্‌চৰ জমীদাৰ সকলে কহনচাঁদক চাকৰিত ৰখাবলৈ অনিচ্ছুক হল। এজন বন্ধুৰ এখন চিঠিৰ পৰা এই কথা জানিব পাৰি সেই বছৰৰ নবেম্বৰ মাহত কহনচাঁদেও চাকৰি এৰি দিয়ে। কহনচাঁদে চাকৰি এৰি দিয়াৰ পিছত, ৰাণী ভগৱান কউৰেও তেওঁৰ নিজৰ ঘৰতেই আন কিবা এটা চাকৰিত পুনৰ তাক নিযুক্ত কৰিব বুলি কহনচাঁদক আশা দিয়ে।...ৰাণী ভগৱান কউৰে নানা চিঠি লিখাৰ বাহিৰেও এবাৰ কহনচাঁদলৈ তেওঁৰ নিজৰ অনাবৃত ফটোগ্ৰাফ এখনো পঠিয়াই দিয়ে। ৰাণী ভগৱান কউৰ যে নিজে কহনচাঁদৰ প্ৰতি প্ৰণয়াসক্ত হৈ পৰিছিল, সেই কথা এই চিঠিবোৰত স্পষ্ট ভাবেই প্ৰকাশ পাইছিল।...হৰিদ্বাৰত হোৱা ঘনিষ্ঠতা

যে তাতেই ক্ৰমে বিশেষ আত্মীয়তাত পৰিণত হৈছিল, এই চিঠিবোৰ আৰু সেই ফটোগ্ৰাফখনেই তাৰ অকাট্য প্ৰমাণ।...

কিন্তু মোহ কমি আহিবলৈ ধৰিলে; প্ৰণয়-বন্ধন ক্ৰমে শিথিল হৈ পৰিল। হৰিদ্বাৰৰ মাদকতা আৰু নাই। কহনচাঁদলৈ দিয়া চিঠিবোৰত হৰিদ্বাৰৰ প্ৰণয় কাহিনীৰ কথাই আছিল সকলোতকৈ বেচি। দিন যিমানেই আগুৱাই যাবলৈ ধৰিলে ৰাণী ভগৱান কউৰৰো মোহ সিমানেই আঁতৰিবলৈ আৰম্ভ কৰিলে।...কাৰণ কহনচাঁদে তাৰ চিঠিত ৰাণীক সম্বোধন কৰি লিখা কিছুমান কথা ৰাণীয়ে অলপো ভাল পোৱা নাছিল; সেই কথা ৰাণীয়ে তালৈ দিয়া কিছুমান উত্তৰতেই বুজা গৈছিল।......তাৰ প্ৰণয়-পাশত ৰাণী আবদ্ধ হলেও, ৰাণীয়ে সদায় তাক এটা সাধাৰণ মানুহ বুলিয়েই জ্ঞান কৰি আহিছিল। তেওঁৰ চিঠিবোৰত তাক উপহাৰ দিয়া সাধাৰণ কিছুমান বস্তুৰ কথাও ৰাণীয়ে উল্লেখ কৰিছিল। এই বস্তুবোৰৰ ভিতৰত গাত ঘঁহা চাবোন, কাপোৰ-কানি, দৰব প্ৰভৃতিয়েই বিশেষ উল্লেখযোগ্য.........ৰাণী ভগৱান কউৰৰ নিচিনা এগৰাকী ধনী মহিলাৰ পক্ষে এনেকুৱা সাধাৰণ উপহাৰ যে তেনেই অযোগ্য, সেই কথা বহলাই নকলেও হব। কিন্তু এই অযোগ্য উপহাৰকেই ৰাণীয়ে তেওঁৰ প্ৰেমিকক উপহাৰ দি, সেই উপহাৰৰ কথা পিছত চিঠিত উল্লেখ কৰিছিল। কাৰণ, তেওঁৰ প্ৰেমিক কহনচাঁদে ইয়াতকৈ বেচি



মূল্যবান বস্তু উপহাৰ পাবৰ কাৰণে যোগ্য নহয় বুলিয়েই ৰাণীয়েও সদায় বিশ্বাস কৰিছিল......তেওঁ প্ৰতিশ্ৰুতি দিয়া চাকৰিটো দিবৰ কাৰণে যে ৰাণী প্ৰস্তুত, সেই কথা কহনচাঁদক সোঁৱৰাই দি, ৰাণীৰ জৰীয়তে ককায়েকলৈ চাকৰি বিচাৰি এখন দৰ্খাস্ত দিবলৈ ৰাণীয়ে কহনচাঁদক কেবাবাৰো নিৰ্দ্দেশ দিয়ে; কিন্তু বিনা দৰ্খাস্তই চাকৰি দিবলৈ ৰাণী সন্মত নহল... কহনচাঁদে তাৰ চিঠিবোৰত তাৰ ঘৈণীয়েকৰ কথা বাৰে বাৰে উল্লেখ কৰা দেখি ৰাণীয়ে বিৰক্তি বোধ কৰিছিল। চাকৰিৰ লগে লগেই যে তাৰ কাৰণে তিকতাৰ অভাৱ নহব, সেই কথা জনাই ৰাণীয়েও তালৈ এখন চিঠি দিয়ে।......ইয়াৰ কিছুদিনৰ পিছত ৰাণীয়ে তালৈ যিখন চিঠি দিয়ে সেই চিঠিত তাক প্ৰতিশ্ৰুতি দিয়া চাকৰিৰ আশা পৰিত্যাগ কৰিবলৈ কৈ ছুমাহৰ কাৰণে হলেও তাক ঘৰলৈ যাবলৈ উপদেশ দিয়ে আৰু ৰাণীৰ প্ৰতি তাৰ যি মনোভাব আছিল, সেই মনোভাব পৰিবৰ্ত্তন কৰিবলৈকো তাক জনায়। সেই চিঠিতেই ৰাণীয়ে সি আকৌ অমৃতচৰলৈ উভতি আহিলেও যে তেওঁৰ ঘৰত তাৰ স্থান নহব, সেই কথাও স্পষ্টকৈ তাক জানিবলৈ দিয়ে।...

ৰাণীৰ এই চিঠি পাই কহনচাঁদ হতাশ হৈ পৰিল। মূহুৰ্ত্ততে তাৰ সোণৰ সপোন ভাগি ছাৰখাৰ হৈ গল। কহনচাঁদে দেখিলে সন্মুখত অনন্তজোৰা এখন মৰুভূমি—; তাৰ বতাহত হা-হুতাহৰে ভৰা তপত হুমুনিয়াহ। জীৱন ধাৰণ কহনচাঁদৰ কাৰণে দুৰ্ব্বহ হৈ উঠিল। নিস্কৃতিৰ পথ

বিচাৰি আত্মহত্যা কৰাই কহনচাঁদে স্থিৰ কৰিলে। কিন্তু আত্মহত্যাৰ পূৰ্ব্বে প্ৰণয়িনীৰ প্ৰণয় ভিক্ষা মাগি কহনচাঁদেও এখন শেষ চিঠি লিখিলে।...... "তোমাৰ ওচৰত মই মোৰ জীৱন অৰ্পণ কৰি দিছো। তোমাৰ কাৰণে যদি মই প্ৰাণো এৰিব লগা হয়, বিনা দ্বিধাই সেইটো কৰিবলৈকো মই প্ৰস্তুত। মোৰ দুখ লাগে, তুমি তোমাৰ এই দাসক উচিত মূল্য দিব খোজা নাই। তোমাৰ কাৰণেই আজিও মই জীৱিত। তোমাৰ দুৱাৰ দলিত যদি মোৰ প্ৰাণো যায়, মোৰ জীৱন ধন্য হব।......মোৰ শৰীৰ ভাল নহয়। মোৰ জ্বৰ, এতিয়াও মই পেটৰ অসুখত ভুগিয়েই আছো। মোৰ বৰ অশান্তি, মৰণৰ কাষলৈ মই আগবাঢ়ি গৈ আছো। কিন্তু এই ভঙ্গা দেহাৰেই তোমাৰ সেৱা কৰিবলৈকে আজিও মই জীয়াই আছো।...... তুমি কি কৰিবা মই নাজানো। কিন্তু মই নিজে কি কৰিম সেইটো মই স্থিৰ কৰি থৈছো। তোমাৰ কোনো আদেশ পোৱাৰ পূৰ্ব্বেই ইয়াতেই যদি মোৰ মৃত্যু হয়, তাৰ বাবে মোৰ অলপো দুখ নহব। যদি তোমাৰ ওচৰলৈ গৈ থাকোঁতেই ট্ৰেইনতে মোৰ প্ৰাণ যায়, মোৰ কাৰণে সিও ভাল। কিন্তু তোমাৰ ওচৰ পাই, তোমাৰ ভৰিৰ তলত যদি মই মৰিব পাৰো সেই মৃত্যু মোৰ কাৰণে গৌৰৱৰ কথা হব।...... তোমাক লগ পাবৰ কোনো আশাই এতিয়া মোৰ নাই। তুমি মোৰ প্ৰতি যিমানেই নিষ্ঠুৰ নোহোৱা, মোৰ দিন গহীন বননিৰ মাজৰ ধুমুহাৰ দৰেই পাৰ



হৈ যাব। মোৰ নিচিনা এটা পগীয়াক অন্ত কৰিলে বুলি তুমি ভাবিব পাৰা, কিন্তু মোৰ মৃত্যুৰ সকলো দায়িত্ব তুমিয়েই বহন কৰিব লাগিব।...... চাৰিওফালে মোৰ অপযশ, মোৰ পক্ষে মৃত্যুয়েই বাঞ্ছনীয়। মিছা আশা দি মোক আৰু প্ৰলোভিত নকৰিবা। বৰ্ত্তমান দুৰ্ব্বহ জীৱন যাপন কৰিবৰ মোৰ সমূলি আৰু ইচ্ছা নাই। এই বেমাৰতেই যদি মোৰ মৃত্যু হয়, মোৰ পক্ষে সিও ভাল।..... হে নিষ্ঠুৰা, এটা নিৰপৰাধী প্ৰাণীক কিয় মাৰিলা? হে প্ৰিয়া, মই মৰিম, মই নিশ্চয় মৰিম। কিন্তু তুমি নিজেই যেন সুখী হোৱা! তোমাৰ নামত মই শপত খাই কৈছো তুমি মোক যি যন্ত্ৰণা দিছা, সেই যন্ত্ৰণাই মোক সোনকালে নামাৰি আৰু কিছুদিন কষ্ট খাবলৈ মোক জীয়াই ৰাখিব। মোৰ নিচিনা এটা পগীয়া সোনকালে নমৰো কিয়? হে ঈশ্বৰ মোক পাৰ কৰা। মই বৰ দুৰ্ভগীয়া, মোৰ বৰ কষ্ট। মোক মৃত্যু লাগে। হে ঈশ্বৰ, মোৰ এই মনোবাঞ্ছা পূৰ্ণ কৰা।......"

হৰিদ্বাৰৰ সেই আকৃষ্টতা আৰু নাই। কহনচাঁদৰ প্ৰতি ৰাণীৰ প্ৰবল অনুৰাগ ক্ৰমাৎ শীতল হৈ আহিবলৈ ধৰিলে। ৰাণীৰ অনুগ্ৰহ বিচাৰি, ব্যৰ্থ-মনোৰথ হৈ শেহত কহনচাঁদেও আত্মহত্যা কৰিব বুলি ৰাণীক ভয় দেখুৱাইয়ো ৰাণীৰ চিত্ত আকৰ্ষণ কৰিব নোৱাৰিলে। কহনচাঁদৰ এই ভয় প্ৰদৰ্শনলৈ ৰাণীয়ে কৰ্ণপাতেই নকৰিলে। আন হাতে কহনচাঁদৰ বন্ধুত্বত আৰু ঐকান্তিকতাত ক্ৰমে ৰাণীয়েও বিৰক্তি বোধ কৰিবলৈ

আৰম্ভ কৰিলে।......কহনচাঁদৰ প্ৰতি ৰাণীৰ অন্তৰত উদাসীনতাই দেখা দিলেহি। ৰাণীক লগ পাবৰ কাৰণেই কহনচাঁদ কেবাবাৰো অমৃতচৰলৈ অহা-যোৱা কৰিলে। কিন্তু প্ৰত্যেকবাৰেই ৰাণীৰ ব্যৱহাৰ আনবাৰতকৈ বেলেগ হবলৈ ধৰিলে।......ৰাণীক লগ পাবৰ কাৰণে কহনচাঁদ প্ৰথম অক্টোবৰ মাহত অমৃতচৰত উপস্থিত হয়হি। সেইবাৰ অমৃতচৰত সি প্ৰায় দহ দিন থাকে। ৰাণীয়েও তাৰ প্ৰথম উপস্থিতি বুলিয়েই, সেইবাৰ তাক ৰাণী নিজে থকা ঘৰটোৰ তলৰ তালাৰ আলহী থকা খোটালীটোতেই থাকিবলৈ দিয়ে আৰু তাৰ কাৰণে সকলো প্ৰকাৰৰ যত্ন লয়। ইয়াৰ পিছত জানুৱাৰী মাহত আকৌ সি অমৃতচৰত উপস্থিত হয়হি। এইবাৰ আগৰ বাৰতকৈ সি বেচি দিন অমৃতচৰত থাকে। কিন্তু আগৰ বাৰৰ দৰে এইবাৰ তাক ৰাণীয়ে সমাদৰ নকৰিলে। এইবাৰ তাক আগৰ বাৰৰ দৰে ৰাণীৰ আচল ঘৰটোৰ আলহী থকা খোটালীটোত থাকিবলৈ নিদি, আচল ঘৰটোৰ পৰা কিছু দূৰত এটা সামান্য খোটালীত থাকিবলৈ দিয়ে। আন কি, এই প্ৰেমিকৰ উপস্থিতি সত্বেও, প্ৰেমিকক অকলে অমৃতচৰত এৰি থৈ কিছুদিনৰ কাৰণে ৰাণী নিজে আন এখন ঠাইলৈ ফুৰিবলৈ বুলি আঁতৰি যায়।......

জানুৱাৰী মাহৰ শেষত অমৃতচৰ পৰিত্যাগ কৰি কহনচাঁদো আঁতৰি গল। কিন্তু আঁতৰি যোৱাৰ আগতে আকৌ আহিবৰ কাৰণে ইচ্ছা প্ৰকাশ কৰি ৰাণীক বাৰে বাৰে বিৰক্তি দিবলৈ



ধৰিলে। ৰাণীয়েও তাৰ কথাত বিৰক্তি বোধ কৰি সি আকৌ অহাটো তেওঁ ইচ্ছা নকৰে বুলি স্পষ্টকৈ তাক জানিবলৈ দিয়ে। কিন্তু ৰাণীৰ এই নিষেধ আওহেলা কৰি, ফেব্ৰুৱাৰী মাহৰ ১৯ তাৰিখে ৰাতিপুৱা পাঁচোটা বজাত, সি আকৌ উপস্থিত হয়হি। তাৰ এই উপস্থিতিত বিৰক্তি বোধ কৰি ৰাণীও উত্তেজিতা হৈ উঠিল।—তাক দেখা কৰিবলৈ ৰাণী অমান্তি হল। আন কি হাৱেলিৰ ভিতৰত তাক থাকিবলৈ এডোখৰ ঠাই দিবলৈকো ৰাণী ইচ্ছুক নহল। সি অহা খবৰ পোৱাৰ লগে লগেই যিমান সোনকালেই পাৰে তাক আঁতৰাই পঠিয়াবৰ কাৰণেই ৰাণীয়ে হুকুম দিলে। কিন্তু আঁতৰ হৈ যাবলৈ কহনচাঁদ মান্তি নহল। আঁতৰি নগৈ হাৱেলিৰ সন্মুখৰ বাট চৰাত মৃত্যু পৰ্য্যন্ত বহি থাকিব বুলি সিও ৰাণীক জানিবলৈ দিলে। তাৰ কথাত ৰাণীৰ খং উঠিল। কিন্তু তাক বলেৰে আঁতৰাই খেদিবলৈকো ৰাণীৰ সাহ নহল। কাৰণ, তাক বল প্ৰয়োগ কৰি খেদি দিয়াৰ পিছত ওচৰ চুবুৰীয়াৰ আগত ৰাণীৰ বিষয়ে সি নানা ৰকমৰ কুৎসা ৰটি ফুৰিব পাৰে বুলি ৰাণীয়ে সন্দেহ কৰিলে। ৰাণীৰ আগত মুহূৰ্ত্ততে এটা জটিল সমস্যাই দেখা দিলেহি; ৰাণী চিন্তান্বিত হৈ পৰিল।......

তাৰ পিছদিনা ৰাতি হঠাৎ কহনচাঁদৰ মৃত্যু হয়। আত্মহত্যা, নে নৰহত্যা, কোনেও কব নোৱাৰিলে। মৃত্যুৰ সঠিক কাৰণ সকলোৰে দৃষ্টিত ৰহস্যৰে বেৰা এটা সমস্যা হৈয়ে ৰল।

কহনচাঁদৰ মৃত্যুৰ পিছদিনা খুব ৰাতিপুৱাই কহনচাঁদৰ মৃত দেহটোৰ সৈতে ৰাণী ভগৱান কউৰ আৰু তেওঁৰ ছুজনী চাকৰণীক এখন গাড়ীত উঠি যাওঁতেই বাটতে অমৃতচৰৰ পুলিচে গ্ৰেপ্তাৰ কৰে। গোটেই অমৃতচৰ নগৰ এই সংবাদত আচৰিত হৈ উঠিল। লাহে লাহে—ৰহস্যৰ বেৰা জনসাধাৰণৰ দৃষ্টিৰ পৰা আঁতৰি যাবলৈ ধৰিলে। পুলিচ তদন্তৰ ফলত এটা অভাৱনীয় হত্যা কাহিনী সকলোৰে দৃষ্টি-গোচৰ হল।···

অমৃত তুল্য এগিলাচ গাখীৰ। কিন্তু সিয়েই কহনচাঁদৰ মৃত্যুৰ কাৰণ হল।—সেই গাখীৰ গিলাচ আচলতে কহনচাঁদক কোনে দিলেহি সেই কথা আজিও অনিশ্চিত হৈয়ে ৰল। প্ৰাণসমা প্ৰিয়তমাৰ সম্মুখতেই কহনচাঁদেও প্ৰাণ এৰিলে। কহনচাঁদৰ মনোবাঞ্ছাকেই ভগবানেও যেন পূৰ্ণ কৰালে। ··

অমৃতৰ ৰূপত সেই গাখীৰ গিলাচ যে আচলতে এগিলাচ মাৰাত্মক বিহহে আছিল সেই কথা কহনচাঁদে সন্দেহ নকৰিলে। তাৰ মনত কোনো শঙ্কাও উপস্থিত নহল।—প্ৰাণসমাৰ তৃপ্তিৰ কাৰণেই যেন "আৰছেনিক" বিহ মিহলোৱা সেই গোটেই গিলাচ গাখীৰ কহনচাঁদেও তৃপ্তিৰেই গিলি দিলে।···চাওঁতে চাওঁতেই হাৱেলিৰ সেই বিৰাট ঘৰটোৰ এটা খোটালীত অসহ্য যন্ত্ৰণাৰ পৰা মুক্তি বিচাৰি কহনচাঁদে অকস্মাতে চিঞৰিবলৈ ধৰিলে। কিন্তু তাৰ চিঞৰ হাৱেলিৰ চাৰিওফালে নিস্ফল হৈয়ে মাৰ গল। গগন ভেদি যোৱা সেই



চিঞৰে কাৰো অন্তৰত প্ৰতিধ্বনি তুলিব নোৱাৰিলে।······ প্ৰতিধ্বনি নুঠিল।······প্ৰাণ-সমা প্ৰণয়িণীক সি দেখাও নাপালে, তাৰ ওচৰলৈ তেওঁ নাহিল।······লাহে লাহে সেই চিঞৰ কমি আহি শেষত যন্ত্ৰণাৰ অন্তত যেন চিৰকালৰ কাৰণেই সেই চিঞৰ বন্ধ হৈ গল।······তাৰ মৃত্যুত কোনেও বেজাৰ নাপালে ; কোনেও নাকান্দিলে।······

আত্মহত্যা নে ইচ্ছাকৃত নৰহত্যা, একো সঠিক কৰিব নোৱাৰি, পুলিচে ৰাণী ভগৱান কউৰৰ ঘৰ খানাতালাচ কৰি কেইটামান "হালধিয়া আৰছেনিক" বিহৰ পুৰিয়া হস্তগত কৰে। ইপিনে, কহনচাঁদৰ শৱ ব্যবচ্ছেদ কৰি "বগা আৰ্ছেনিক" বিহ প্ৰয়োগৰ ফলতেই কহনচাঁদৰ মৃত্যু হৈছে বুলি ডাক্তৰ সকলেও মত প্ৰকাশ কৰিলে।·········যাৰ লগত "হালধিয়া আৰছেনিক" থাকিব পাৰে তাৰ লগত "বগা আৰছেনিক" থকাও একো অসম্ভব নহয়।·········কহনচাঁদৰ প্ৰতি শেষলৈ ৰাণীৰ অকল এটা অবজ্ঞা ভাবেই হোৱা নাছিল ; কহনচাঁদৰ ব্যৱহাৰত ৰাণী বিৰক্ত হৈ উঠিছিল।······বিৰক্তি বোধৰ পৰা নিষ্কৃতি পাবৰ কাৰণেই যে ৰাণীয়ে "বগা আৰছেনিক" বিহ প্ৰয়োগ কৰা নাছিল, সেইটোৱেই বা মানুহে অসম্ভব বুলি কেনেকৈ ভাবে ?······

নৰহত্যা অপৰাধত অভিযুক্ত হৈ অমৃতচৰৰ ছেচন আদালতত ৰাণীৰ বিচাৰ আৰম্ভ হয়। কহনচাঁদৰ মৃতদেহ লুকাই থবৰ চেষ্টা কৰা অপৰাধত অভিযুক্ত হৈ ৰাণীৰ লগৰ

চাকৰণী দুজনীৰো একেলগেই বিচাৰ হয়। কেবাদিনো সাক্ষ্য প্ৰমাণাদি হোৱাৰ পিছত ছেচন জজে ৰাণীক মৃত্যু দণ্ড দিয়ে আৰু তেওঁৰ লগৰ চাকৰণী দুজনীৰ প্ৰত্যেককে সাত বছৰকৈ ফাটেকৰ হুকুম দিয়ে।......

উক্ত বিচাৰৰ ৰায়ত আন আন কথাৰ বাহিৰেও, ছেচন জজে তলত দিয়া কথাখিনিও তেওঁৰ ৰায়ত উল্লেখ কৰে।...

ৰাণীয়ে হুকুম নিদিয়া হলে কহনচাঁদ কেতিয়াও সেই ঘৰটোৰ ভিতৰলৈ, বিশেষকৈ সেই খোটালীটোলৈ যাব নোৱাৰিলেহেঁতেন। ৰাণীৰ হুকুম মতেই, হয় সি ভিতৰলৈ নিজে গৈছিল, বা তাক ভিতৰলৈ নিয়া হৈছিল। কাৰণ, সি ঘৰটোৰ যি ঠাইৰ পৰা চিঞৰ বাখৰ কৰিছিল সেই ঠাই ডোখৰলৈ ঘৰ দুৱাৰ ভাঙ্গি চুৰি কৰিবৰ উদ্দেশ্যে সজ্জিত হৈ যোৱা চোৰ ডকাইতৰ বাহিৰে আন কোনো মানুহেই আন প্ৰকাৰে কেতিয়াও যাব নোৱাৰে।—ৰাণীৰ বাহিৰে তাক ভিতৰলৈ যাবলৈ আনেও কেতিয়াও হুকুম দিব নোৱাৰে। এই হুকুম ৰাণীয়ে নিজেই দিব লাগিব। তাক ঘৰৰ ভিতৰলৈ নি, ভিতৰৰ এটা খোটালীত যে সৰহকৈ "আৰছেনিক বিহ" মিহলোৱা এগিলাচ গাখীৰ খাবলৈ দিয়া হৈছিল, সেই বিষয়ে অলপো সন্দেহ নাই। এই উক্তি সম্পৰ্কে সুন্দৰ প্ৰমাণ থকা সত্বেও যে এই উক্তি আচামীয়ে অস্বীকাৰ কৰিছে, সিও এটা আচৰিত কথা।

কহনচাঁদৰ মৃত্যুৰ দিনা ৰাতি কি ঘটনা আচলতে ঘটিব



পাৰে, সেই সম্পৰ্কে জজ চাহাবে তলত দিয়া মৰ্ম্মে এটা মন্তব্য প্ৰকাশ কৰে।

......সি যাবলৈ অমান্তি হোৱা দেখি, তাৰ ব্যৱহাৰত বিৰক্তি বোধ কৰিয়েই চিৰকালৰ কাৰণে তাক আঁতৰাবৰ উদ্দেশ্যেই যে ৰাণীয়েও এটা দৃঢ় সঙ্কল্প কৰিছিল, সেই বিষয়ে মোৰ মনত অকণো সন্দহ নাই। ..এই উদ্দেশ্যেই ৰাণীয়েও তাক ভিতৰুৱা এটা বাটেদি ওপৰলৈ আনি গাখীৰ গিলাচ খাবলৈ দিয়ে। কহনচাঁদেও ৰাণীৰ পৰা আকৌ অনুগ্ৰহ পালো বুলি ভাবি অতি আগ্ৰহেৰেই গোটেই গিলাচ গাখীৰ পি দিলে। কিন্তু অলপ সময়ৰ পিছতেই অসহ্য যন্ত্ৰণাত সি ছট্‌ফটাবলৈ ধৰিলে। নিজকে ৰক্ষা কৰিবৰ উদ্দেশ্যে তললৈ নামিবলৈ সি চেষ্টা কৰিলে কিন্তু সেই সময়ত চাৰিওফালে সকলো দুৱাৰ বন্ধ আছিল। নামি আহিবৰ উপায় তাৰ নহল। সি থকা খোটালীটোত লগা বাৰান্দাখনলৈ এবাৰ ওলাই আহি তলত থকা চাকৰবিলাকৰ সহায় বিচাৰিলে। কিন্তু তাক সহায় কৰিবলৈ কোনোৱেই ওলাই নাহিল। শেষত, অসহ্য যন্ত্ৰণা সহি ঠিয় হৈ থকাও তাৰ পক্ষে অসম্ভৱ হৈ উঠিল। অৱশ হৈ কহনচাঁদ লুটি খাই পৰিল।...... গাখীৰ খোৱাৰ প্ৰায় এঘণ্টা মানৰ পিছত তাৰ মৃত্যু হয়। সি লুটি খাই পৰা ঠাই ডোখৰ যিমান পাৰে সুন্দৰকৈ পৰিষ্কাৰ কৰি, চাকৰণী কেইজনীৰ সহায়ত ৰাণীয়ে কহনচাঁদৰ শটো তেওঁৰ ভিতৰৰ আন এটা খোটালীলৈ লৈ যায়।

এই খোটালীটোতেই পিছত কহনচাঁদৰ পাগুৰিটোও বাহিৰ হয়।……

ছেচন জজৰ হুকুমৰ বিৰুদ্ধে লাহোৰ হাইকোৰ্টত ৰাণীয়ে আপীল দাখিল কৰিলে। উক্ত আপীল হাইকোৰ্টৰ দুজন জজে বিচাৰ কৰে। ৰাণীৰ পক্ষ সমৰ্থন কৰি লাহোৰৰ চাৰি জন বিখ্যাত উকীল হাইকোৰ্টত উপস্থিত হয়।···

হাইকোৰ্টৰ জজ সকলক বিচাৰ কাৰ্য্যত সহায় কৰিবৰ কাৰণে ৰাণীৰ ঘৰটোৰ হুবহু এটা কাঠৰ আৰ্হি ঘৰ ( model ) আদালতলৈ অনা হয়। সেই আৰ্হি ঘৰটোত আচল ঘৰটোৰ প্ৰত্যেকটো খোটালী, উঠা নমা কৰা জখলা, খটখটী, অহা-যোৱা কৰা বাট—সকলোবোৰেই আছিল। আন কি, আচল ঘৰটোৰ জোখৰ লগত আৰ্হি ঘৰটোৰ জোখৰ সামঞ্জস্য ৰখায়েই আৰ্হি ঘৰটোও কৰা হৈছিল। আচল ঘৰটোৰ চাৰি ফুট আৰ্হি ঘৰটোৰ এক ইঞ্চি আছিল। আৰ্হি ঘৰটো চোৱাৰ বাহিৰেও উকীল সকলৰ অনুৰোধ মতে জজ সকলে ৰাণীৰ আচল ঘৰটোও চাবলৈ গৈছিল।

আপীল বিচাৰত জজৰ আগত এটা প্ৰশ্নই মাত্ৰ মূল বিচাৰ্য্য বিষয় হৈ উপস্থিত হলহি। সেই প্ৰশ্নটো হৈছে—কহনচাঁদৰ মৃত্যুৰ কাৰণ ইচ্ছাকৃত নৰহত্যা, নে কহনচাঁদে নিজৰ জীৱন শেষ কৰিবৰ কাৰণেই আত্মহত্যা কৰিলে ?

মূল গোচৰত কহনচাঁদক যে বিহ প্ৰয়োগ কৰি হত্যা কৰা হৈছে, সেই বিষয়ে দেখা কোনো সাক্ষী বা প্ৰমাণ নাছিল



বুলিলেও হয়। কিন্তু ঘটনা সম্পৰ্কে দেখা সাক্ষী নাথাকিলেও, এই হত্যাকাণ্ড সম্পৰ্কে এনেকুৱা কিছুমান আন কথা আছিল যিবোৰৰ পৰা কহনচাঁদক যে হত্যা কৰা হৈছিল সেই কথাও সুন্দৰকৈ প্ৰমাণ হয়।···আচামী পক্ষই অমৃতচৰৰ জজৰ আগত কহনচাঁদে আত্মহত্যা কৰা বুলিয়েই উক্তি কৰিছিল। সাক্ষ্য প্ৰমাণাদিৰ পিছত জজ চাহাব বাহাদুৰক বিচাৰ কাৰ্য্যত সহায় কৰা এছেছৰ ( Assessors ) সকলে মত প্ৰকাশ কৰোঁতে কহনচাঁদৰ মৃত্যুৰ সঠিক কাৰণ কি,—ইচ্ছাকৃত নৰহত্যা, নে আত্মহত্যা, সেই বিষয়ে কোনো খাটাং মত দিব নোৱাৰিলে। কাৰণ, প্ৰমাণত ঘটনা সম্পৰ্কে কোনো দেখা সাক্ষী নোহোৱাৰ বাহিৰেও যিবোৰ অৱস্থা ফৰিয়াদী পক্ষই ৰাণীৰ বিৰুদ্ধে আদালতত উপস্থিত কৰিছিলহি সেই অৱস্থাবোৰো আচলতে এনেকুৱা নাছিল যে যিবোৰৰ ওপৰত নিৰ্ভৰ কৰি কোনো খাটাং সিদ্ধান্তলৈ তেওঁলোক আহিব পাৰে। কিন্তু জজ চাহাব বাহাদুৰে এছেছৰ সকলৰ এই সন্দেহ গ্ৰহণ নকৰিলে। তেওঁ অপৰাধী সকলৰ বিৰুদ্ধে গোচৰ নিঃসন্দেহ ভাবে প্ৰমাণ হৈছে বুলি সিদ্ধান্ত কৰি ওপৰত উল্লেখ কৰি অহা দণ্ডৰ বিধান কৰে।···

হাইকোৰ্টৰ বিচাৰত আচামী পক্ষৰ উকীল সকলে ছেচন জজৰ প্ৰত্যেকটো সিদ্ধান্তৰ বিৰুদ্ধে তৰ্ক কৰি ছেচন জজৰ সিদ্ধান্ত ভুল বুলি প্ৰমাণ কৰিবলৈ চেষ্টা কৰিলে।……

হাইকোৰ্টৰ আগত উপস্থিত কৰা আৰ্হি ঘৰটো পৰীক্ষা

কৰি জজ সকলে আচল ঘৰটোৰ ওপৰলৈ উঠিব পৰা বাট তিনিটা লক্ষ্য কৰে।—ঘটনাৰ আগৰে পৰা এই বাট কেইটা কহনচাঁদৰ পৰিচিত আছিল। ঘটনাৰ আগেয়েও কহনচাঁদ কেবাবাৰো হাৰেলিলৈ অহা-যোৱা কৰিছিল। এনে এটা অৱস্থাত কোনো অসুবিধা নোহোৱাকৈ কহনচাঁদৰ পক্ষে ওপৰলৈ উঠি যোৱা একো অসম্ভৱ নহয় বুলিয়েই হাইকোৰ্টৰ জজ সকলে মত প্ৰকাশ কৰে। আচামী পক্ষৰ উকীল সকলেও কহনচাঁদ যে সহজেই ঘৰটোৰ আচল জখলাটোৰেদি ওপৰলৈ উঠি গৈ সদায় মেলি থোৱা দুৱাৰ এখনেদি ভিতৰ পাইছিল, সেই কথা জজ সকলক ভালকৈ বুজাই কয়। ইয়াৰ বাহিৰেও ৰাণীৰ ঘৰটোৰ আলহী থকা খোটালীটোলৈ যাব লগা হলে আচল জখলাটোৰেই সাধাৰণতে ওপৰলৈ গৈছিল। ঘটনাৰ কিছুদিনৰ আগতে কহনচাঁদ এই জখলা-টোৰেদিয়েই ৰাণীৰ আলহী থকা খোটালীটোলৈ অহা-যোৱা কৰিছিল। এই জখলাটোৰেদি নগৈ, আন বাটেদি ওপৰলৈ যাওঁ বুলি কোনোবাই ইচ্ছা কৰিলে, ওপৰলৈ উঠি যাব পৰা আৰু আন দুটা বাট সেই ঘৰটোত আছিল। আচামী পক্ষৰ এই যুক্তি জজ সকলে দলিয়াই পেলাব নোৱাৰিলে।······

আপীল গোচৰ বিচাৰকাৰী এগৰাকী জজে ঘটনাটোৰ সম্পৰ্কে তলত উল্লেখ কৰা মৰ্ম্মে মন্তব্য প্ৰকাশ কৰে ঃ—

সেই ৰাতি ৰাণীয়ে নিজে বা তেওঁৰ কোনো চাকৰণীয়ে কহনচাঁদক ওপৰলৈ মাতি নিয়া বুলি কৰা উক্তিৰ কোনো



প্ৰমাণ নাই।—সেই গাখীৰ গিলাচ ৰাণীয়ে বা তেওঁৰ কোনোবা চাকৰণীয়ে খাবলৈ দিছে বুলিও কোনো কথা প্ৰমাণ হোৱা নাই। আন হাতে, ৰাণীৰ নিজৰ চাকৰ এটাই ফৰিয়াদী পক্ষ সমৰ্থন কৰি যি জবানবন্দী দিয়ে সেই জবান-বন্দীত কহনচাঁদে আগৰ চিনাকিমতেই নিজে ওপৰলৈ উঠি যোৱা বুলিয়েই চাকৰটোৰ আগত কোৱা বুলি চাকৰটোৱে উক্তি কৰে। ৰাণীয়ে কিবা প্ৰলোভন দেখুৱাই তাক তেওঁৰ খোটালীটোলৈ নি বিহ খুউৱা হলেও সি ৰাণীক বিশ্বাস-ঘাতকতাৰ কাৰণে চিঞৰ-বাখৰ কৰি দোষাৰোপ নকৰাকৈ নাথাকিলহেঁতেন। আচলতে তাক বিহ খুউৱা হলে, সি চিঞৰ-বাখৰ কৰি ওচৰ-চুবুৰীয়াক জগাই তুলি ৰাণীৰ বিৰুদ্ধে বিহ প্ৰয়োগ কৰা বুলি অভিযোগো আনিলেহেঁতেন। তাৰ পক্ষেও এইটোৰেই আটাইতকৈ সহজ আছিল। কাৰণ, ৰাণীৰ বিশ্বাসঘাতকতাৰ পিছত সি স্বাভাবিকতে ৰাণীৰ নিজৰ চাকৰ-নাকৰৰ সহায় নিবিচাৰি ওচৰ-চুবুৰীয়াৰ সহায়েই আগেয়ে বিচাৰিলেহেঁতেন। —কিন্তু কথা হৈছে ওচৰ-চুবুৰীয়াৰ উদ্দেশ্যেই হওক, বা চাকৰ-নাকৰৰ উদ্দেশ্যেই হওক, সি যেতিয়া চিঞৰ-বাখৰ কৰে তাৰ চিঞৰ-বাখৰত ৰাণীয়ে তাক প্ৰলোভন দেখুৱাই ওপৰলৈ মাতি আনি বিহ খুৱাইছে বুলি কোনো কথা সি কোৱা নাছিল। আচলতে ৰাণীয়ে যদি তাক বিহ খুৱাই থাকে তেন্তে সেই কথা নোকোৱাকৈ বা প্ৰকাশ নকৰাকৈ সি কেতিয়াও থাকিব নোৱাৰে। সেই

বিষয়ে কোনো কথা নকৈ মনে মনে থাকিব পৰাটোও এটা অসম্ভব কথা।......

অমৃতচৰৰ বিচাৰত ছেচন জজে ৰাণীৰ খোটালীত পোৱা "হালধিয়া আৰছেনিক" বিহৰ পুৰিয়া কেইটাৰ ওপৰত নিৰ্ভৰ কৰিয়েই কহনচাঁদকো ৰাণীয়েই বিহ দিছে বুলি সিদ্ধান্ত কৰে। ডাক্তৰৰ পৰীক্ষা মতেও "বগা আৰছেনিক" বিহ প্ৰয়োগৰ ফলতেই কহনচাঁদৰ মৃত্যু হয়।—যি "হালধিয়া আৰছেনিক" লগত ৰখাব পাৰে তেওঁৰ পক্ষে "বগা আৰছেনিক" ৰখোৱাও একো অসম্ভৱ নহয়।—কিন্তু ছেচন জজৰ এই সিদ্ধান্ত একেবাৰেই নিভুৰ্ল বুলি হাইকোৰ্টৰ জজে নকলে। "আৰছেনিক" সম্পৰ্কে তলত দিয়া মন্তব্য তেওঁলোকে প্ৰকাশ কৰে।......

কহনচাঁদৰ লগত "আৰছেনিক" থাকিব নোৱাৰে বুলি ছেচন জজে যি সিদ্ধান্ত কৰিছে, সেই সিদ্ধান্তলৈ তেওঁ কেনেকৈ আহিল আমি বুজিব পৰা নাই। তেওঁ তেওঁৰ এই সিদ্ধান্ত সমৰ্থন কৰিবলৈ গৈ কহনচাঁদৰ চোলাৰ জেপত "আৰছেনিক" থকাৰ কোনো চিন নোপোৱাটোকেই এটা যুক্তি বুলি দেখুৱাইছে। কিন্তু কহনচাঁদৰ জেপত "আৰছেনিক" বিচাৰি তাৰ চোলাৰ জেপ কেইটাও পৰীক্ষা কৰা হোৱা নাছিল। তৰ্ক স্থলত পৰীক্ষা কৰা হৈছিল বুলি ধৰিলেও "হালধিয়া আৰছেনিক" কেই পুৰিয়াৰ দৰেই সিও সেই বিহ সহজেই এখন কাগজত পুৰিয়া কৰি আনিব নোৱাৰাৰ



কোনো কাৰণ নাই। যি পৰিমিত "আৰছেনিক" তাৰ দেহত পোৱা গৈছিল সেই পৰিমাণৰ "আৰছেনিক" আনিবলৈ জেপত সৰহ ঠাই নালাগে। ঘটনা হৈ যোৱাৰ দেৰদিনৰ পিছত তাৰ জেপত "আৰছেনিক"ৰ কোনো চিনো থাকিব নোৱাৰে......

আপীল গোচৰ বিচাৰ কৰি শেষত আপীল মঞ্জুৰ কৰিবৰ কাৰণে দুয়োজন জজ একমত হৈ তলত দিয়া মৰ্ম্মে এক মন্তব্য প্ৰকাশ কৰে :—

এই গোচৰত দেখা সাক্ষী বা কোনো নিৰ্ভুৰ্ল প্ৰমাণ নথকাৰ কাৰণে কহনচাঁদৰ কেনেকুৱা কাৰণত বা অৱস্থাত মৃত্যু ঘটিছিল সেই সম্পৰ্কে কোনো খাটাং সিদ্ধান্তলৈ আহিবলৈ আমি অসমৰ্থ। ফৰিয়াদী পক্ষই কহনচাঁদক হত্যা কৰা হৈছে বুলি কোনো নিঃসন্দেহ প্ৰমাণ দিব পৰা নাই। আচামী পক্ষই কহনচাঁদে আত্মহত্যা কৰিছে বুলি যি উক্তি কৰিছিল সেই উক্তিও ফৰিয়াদী পক্ষই তেওঁলোকৰ সাক্ষ প্ৰমাণৰ দ্বাৰা অপ্ৰমাণ কৰি দিব নোৱাৰিলে। ফৰিয়াদী পক্ষৰ প্ৰমাণৰ অভাৱেই এই আপীল গোচৰ মঞ্জুৰ হবৰ যথেষ্ট কাৰণ। কিন্তু এটা খাটাং সিদ্ধান্তলৈ আহিবৰ কাৰণেই ইচ্ছাকৃত নৰহত্যা আৰু আত্মহত্যা এই দুয়োটা উক্তিৰ ভিতৰত কহনচাঁদে আত্মহত্যা কৰা বুলি আচামী পক্ষই কৰা উক্তিটোকেই বেচি সম্ভৱপৰ বুলি আমি কব খোজো।......

হাইকোৰ্টৰ জজে ৰাণী ভগৱান কউৰক আপীল গোচৰত নিৰ্দ্দোষী সাব্যস্ত কৰি মুক্তি দিয়ে।—তেওঁৰ লগে লগেই তেওঁৰ চাকৰণী দুজনীয়েও মুক্তি লাভ কৰে। কাৰণ, জজ সকলে কহনচাঁদৰ মৃত্যুৰ কাৰণ আত্মহত্যা বুলি গ্ৰহণ কৰাৰ পিছত কহনচাঁদৰ মৃতদেহ আঁতৰাবৰ কাৰণে কৰা চেষ্টা কোনো অপৰাধ নহয় বুলিয়েই জজ সকলেও চাকৰণী দুজনীকো নিৰপৰাধী সাব্যস্ত কৰে।

* * * *

কহনচাঁদ আৰু নাই। অতৃপ্ত কামতৃষ্ণা বুকুত লৈয়ে, অন্ধ প্ৰণয়ৰ শেষ পৰিণতিৰ জ্বলন্ত বহ্নিত কহনচাঁদ পুৰি ভস্ম হৈ গল। ......কহনচাঁদৰ মৃত্যুত কোনেও নাকান্দিলে, কাৰো চকুৰ পৰা এটোপা তপত চকু-পানীও নপৰিল। ...অনন্তৰ উদ্দেশ্যেই সূৰ্য্যক কেন্দ্ৰ কৰি পৃথিবীও ঘুৰিয়েই ৰল।..... কহনচাঁদ আৰু ৰাণী ভগৱান কউৰৰ মাজৰ যি অলঙ্ঘণীয়-ব্যৱধান—চিৰকালৰ কাৰণেই সিও অলঙ্ঘণীয় হৈয়ে ৰল।......মানৱ চৰিত্ৰ অদ্ভুত, ৰহস্যময়।......

---

# নিৰ্য্যাতিতৰ আত্মৰক্ষা

পুলিচ শান্তিৰক্ষক, শান্তি স্থাপন পুলিচৰ কাম। কিন্তু সেই পুলিচৰ দ্বাৰা যেতিয়া অশান্তি সৃষ্টি হয়, সমাজ অধৈৰ্য্য হৈ উঠে। জনসাধাৰণৰ মাজত বিক্ষোভ সৃষ্টি হয়।...

পুলিচৰ অত্যাচাৰৰ কথা ভাৰতবৰ্ষত যিমান শুনা যায়, পৃথিবীৰ আন দেশত বোধ হয় ইমান শুনা নাযায়।—কিন্তু এই অত্যাচাৰৰ সৰহ খিনিয়েই সাধাৰণতে জনসাধাৰণৰ দৃষ্টিলৈ আহিবৰ সদায় সুবিধা নাই বুলিয়েই পুলিচৰ অত্যাচাৰৰ বহু কথাই সাধাৰণতে জনসাধাৰণে গম নাপায়।......

ইংৰাজী ১৯৩৭ চনৰ এপ্ৰিল মাহত পঞ্জাব প্ৰদেশৰ ৰাওৱালপিণ্ডি চহৰত কিৰো নামৰ এটা মানুহৰ মুখৰ পৰা এটা স্বীকাৰুক্তি বিচাৰি তাৰ ওপৰত পুলিচে যি অমানুষিক আৰু লোমহৰ্ষক অত্যাচাৰ কৰিলে, সেই অত্যাচাৰৰ কাহিনী শুনি জনসাধাৰণৰ মাজত চাঞ্চল্য আৰু আতঙ্কৰ সৃষ্টি হল। ......লাহোৰ হাইকোৰ্টৰ সেই সময়ৰ প্ৰধান বিচাৰপতি ( Chief Justice ) ছাৰ ডগলাছ ইয়ংয়েও কিৰোৰ আপীল গোচৰ বিচাৰ কৰি যি ৰায় দিয়ে, সেই ৰায়তো, পুলিচৰ অত্যাচাৰৰ কথা উল্লেখ কৰি পুলিচক গৰিহণা দিয়ে আৰু তীব্ৰ মন্তব্য প্ৰকাশ কৰি গোটেই ভাৰতবৰ্ষৰ দৃষ্টি আকৰ্ষণ কৰে।......

ৰাওৱালপিণ্ডি চহৰৰ এখন কফিৰ দোকানৰ কিৰো চকিদাৰ আছিল ......১৯৩৭ চনৰ এপ্ৰিল মাহত, এদিন ৰাতি, সেই দোকানৰ পৰা কোনোবা চোৰে কিছুমান বস্তু আৰু টকা-পইছা দোকান ঘৰৰ ভিতৰত সোমাই চুৰ কৰি লৈ যায়। কিৰোকেই সেই অজ্ঞাত চোৰ বুলি সকলোৱেই সন্দেহ কৰিলে।......

পুলিচক চুৰিৰ কথা জনোৱাত, পুলিচেও তদন্ত আৰম্ভ কৰিলে। ভগতসিং নামৰ কফিৰ দোকানৰ মেনেজাৰ জনেও কিৰোৱে চুৰি কৰাৰ কথা তেওঁৰ আগত স্বীকাৰ কৰিছে বুলি পুলিচৰ আগত এটা উক্তি কৰে। তেওঁৰ কথা বিশ্বাস কৰি পুলিচেও কিৰোক গ্ৰেপ্তাৰ কৰিলে। চুৰি কৰা বস্তু বাহিৰ কৰি দিবৰ কাৰণে পুলিচে কিৰোক হুকুম দিলে।...... কিৰোৱেও ভয়ত, ভগতসিং আৰু আন এটা মানুহক বস্তু দেখুৱাই দিবলৈ বুলি এডোখৰ ঠাইলৈ লৈ যায়। পিছে পিছে পুলিচ যাবলৈ ধৰিলে। কিন্তু সেই ঠাই ডোখৰত বস্তু উলিয়াই দিব নোৱাৰি তাৰ পৰা কিৰোৱে তেওঁলোকক দৰ্জিৰ দোকান এখনৰ ওচৰৰ এডোখৰ ঠাইলৈ লৈ যায়। সেই ঠাই ডোখৰত চুটকেছ ( Suit case ) এটা আছিল। কিৰোৱে চাবি এপাতেৰে চুটকেছটো মেলি, চুটকেছটোৰ ভিতৰৰ পৰা চুৰি কটাৰি এখন উলিয়াই আনিয়েই তাৰ ওচৰত ঠিয় হৈ থকা মহম্মদ ইছমাইল নামৰ কনিষ্টবলটোক কটাৰিখনেৰে পেটত আঘাত কৰে আৰু লগে লগেই ভগতসিং



বোলা মানুহটোকো গুৰুতৰ ভাৱে জখম কৰে। এই দুয়োটা মানুহক জখম কৰি উঠি শেষত সি কটাৰিখন তাৰ নিজৰ পেটত ভৰাই দি নিজকে গুৰুতৰ ৰূপে আহত কৰিলে। কিৰোৰ আক্ৰমণৰ ফলত মহম্মদ ইছমাইলৰ মৃত্যু হয়। কিন্তু ভগতসিং আৰু কিৰো নিজে নমৰিল। লাহে লাহে সিহঁত দুয়ো পিছত আৰোগ্য হয়।

মহম্মদ ইছমাইলৰ মৃত্যু ঘটোৱাৰ কাৰণে আৰু ভগতসিং বোলা মানুহটোক গুৰুতৰ ভাৱে আহত কৰাৰ কাৰণে নৰহত্যা অপৰাধত আৰু গুৰুতৰ আঘাত ঘটোৱা অপৰাধত অভিযুক্ত হৈ ৰাওৱালপিণ্ডিৰ ছেচন জজৰ আদালতত কিৰোৰ বিচাৰ হয়।......

ছেচন আদালতত ফৰিয়াদী পক্ষই ঘটনাৰ আগতে হোৱা কিছুমান কথা আদালতত প্ৰকাশ নকৰি গোপন কৰি ৰখাইছিল। কিন্তু আচামী পক্ষই এজন বিশিষ্ট সাক্ষীৰ দ্বাৰা অতি আৱশ্যকীয় কেইটামান কথা ছেচন জজৰ দৃষ্টিলৈ আনি ফৰিয়াদী পক্ষৰ কথা অতিৰঞ্জিত বুলি প্ৰমাণ কৰিলে।

ফৰিয়াদী আৰু আচামী, দুয়ো পক্ষৰ সাক্ষ্য প্ৰমাণাদিৰ পিছত, গোটেই ঘটনাটো তলত দিয়া দৰেই আদালতত প্ৰকাশ হয়ঃ—

চুৰি হোৱাৰ পিছদিনা পুৱা ৯ মান বজাত পুলিচে কিৰোক গ্ৰেপ্তাৰ কৰে। তাক গ্ৰেপ্তাৰ কৰাৰ পিছৰে পৰা আবেলি দুই কি তিনিমান বজালৈকে তাৰ মুখৰ পৰা,

সিয়েই যে চুৰি কৰিছে,—এই স্বীকাৰুক্তি বিচাৰি প্ৰায় ছয় ঘণ্টা সময় তাক অমানুষিক ভাবে পুলিচে শাস্তি দিয়ে। আচামী কিৰোৰ পক্ষ সমৰ্থন কৰি সাক্ষী স্বৰূপে এজন ব্ৰিটিছ মিলিটেৰি বিষয়াই কিৰোৰ স্বীকাৰুক্তি বিচাৰি কি দৰে পুলিচে তাক শাস্তি দিছিল সেই সম্পৰ্কে তলত দিয়া মৰ্ম্মে ছেচন জজৰ আদালতত এটা জবানবন্দী কৰে—

এপ্ৰিল মাহৰ ১০ তাৰিখে ৰাতিপুৱা ৯ বজাত মোৰ সৰু লৰাটোক লগত লৈ মই লাইব্ৰেৰিলৈ গৈছিলো ; সেই সময়ত কফিৰ দোকানখনৰ বাহিৰফালে বহুত ভাৰতীয় মানুহ গোটখাই থকা দেখা পাওঁ। পুলিচ ইন্সপেক্টৰ এজনে এই আচামীক ( কিৰোক ) কিবা-কিবি প্ৰশ্ন কৰি থকা মই লক্ষ্য কৰিলো। তেওঁ এটা প্ৰশ্ন কৰি উঠিয়েই সি কোনো উত্তৰ দিবলৈ নৌ পাওঁতেই, তাৰ মুখত মাৰ মাৰি দিছিল। এই দৃশ্য চাই প্ৰায় তিনি মিনিটমান সময় মই আছিলো। কিন্তু শেষত, বিৰক্তি বোধ কৰি মই আঁতৰি গলো। মই লাইব্ৰেৰিত যিমানপৰ আছিলো, সেই গোটেই সময় খিনি কিৰোৰ ওপৰত এই অত্যাচাৰ চলিয়েই আছিল আৰু মই নিজে জনাত পুলিচে ছবাৰ তাৰ মুখত মাৰে। ইয়াৰ পিছত আবেলি ছুটা কি তিনিটা বজাৰ সময়ত আকৌ যেতিয়া মই সেই ফালে যাওঁ লাইব্ৰেৰিৰ খিড়ীকিত বহুত মানুহ গোটখাই থকা দেখি মোৰ কৌতূহল বাঢ়ি উঠিল। লাইব্ৰেৰিলৈ সোমাই গৈ আচামীক অমানুষিক ভাবে মাৰ-পিত কৰি



থকা দৃশ্য আকৌ মোৰ চকুত পৰে। মই লাইব্ৰেৰিলৈ সোমাই গৈ প্ৰথম যেতিয়া আচামীক দেখো তেতিয়া সি বেকা হৈ তাৰ বুঢ়া আঙুলি দুটাৰে তাৰ কাণ দুখনত ধৰি পৰি আছে। সেই দৰে পৰি থাকিব নোৱাৰিয়েই বোধহয়, এবাৰ সি উঠিবলৈ ধৰোঁতেই, পুলিচ এটাই জোতা এপাতেৰে তাৰ মূৰত মৰিয়াবলৈ ধৰিলে। অসহ্য হৈ এই অত্যাচাৰ বন্ধ কৰিবৰ কাৰণে মই হুকুম দিলো।······পুলিচে সেই দিনা অত্যাচাৰ কৰা মানুহটো এই আচামীটোৱেই। ইয়াৰ বাহিৰে আন মানুহক সেই সময়ত পুলিচে অত্যাচাৰ কৰা নাছিল।···

পুলিচৰ হাতত এনে ভাবে নিৰ্য্যাতিত হৈ পুলিচৰ পৰা ৰক্ষা পৰিবৰ কাৰণেই, পুলিচক সন্তোষ দিবলৈ কিৰোও ব্যগ্ৰ হল। সি দৰ্জ্জিৰ দোকানখনৰ ওচৰলৈ পুলিচক লৈ গল। কিন্তু তাৰ ওপৰত পুলিচৰ অত্যাচাৰ সমানেই চলিবলৈ ধৰিলে।··· অসহ্য যন্ত্ৰণাত ক্ষন্তেকলৈ হলেও, পুলিচৰ অত্যাচাৰৰ পৰা নিজকে ৰক্ষা কৰিবৰ কাৰণেই সিও অস্থিৰ হৈ পৰিল। দৰ্জ্জিৰ দোকানখনৰ ওচৰৰ ঠাই ডোখৰত থকা চুটকেছটোৰ পৰা চুৰিখন বাহিৰ কৰি লৈয়েই কনিষ্টবলটোক আঘাত কৰি ভগতসিং মানুহটোকো আহত কৰে আৰু লগে লগেই সেইখন চুৰিৰেই নিজকে সি গুৰুতৰ ভাবে জখম কৰে।······পুলিচে যে কিৰোক অমানুষিক ভাবে অত্যাচাৰ কৰিছিল, সেই কথা সত্য বুলি বিচাৰত ছেচন জজে মত প্ৰকাশ কৰিলে। কিন্তু এই অত্যাচাৰ সত্বেও, নৰহত্যা কৰিবৰ কাৰণে কিম্বা গুৰুতৰ

আঘাত ঘটাবৰ কাৰণে, কিৰোৰ পক্ষে আচলতে কোনো যোগ্য কাৰণ উপস্থিত হোৱা নাছিল বুলিও তেওঁ সিদ্ধান্ত কৰে।......বিচাৰৰ শেষত ছেচন জজে নৰহত্যা অপৰাধত কিৰোক দোষী সাব্যস্ত কৰি যাবজ্জীৱন কাৰাদণ্ড দিয়ে আৰু ভগতসিং বোলা মানুহটোক গুৰুতৰ ভাৱে আঘাত কৰাৰ কাৰণেও বেলেগে ওঠৰ মাহলৈ তাক ফাটেকত দিবৰ হুকুম দিয়ে।...

ছেচন জজৰ এই হুকুমৰ বিৰুদ্ধে কিৰোৱে লাহোৰ হাইকোর্টত আপীল কৰে। সেই আপীল গোচৰ লাহোৰ হাইকোর্টৰ সেই সময়ৰ প্ৰধান বিচাৰপতি ছাৰ ডগলাছ ইয়ং আৰু মিষ্টাৰ জাষ্টিছ আব্দুল ৰছিদে বিচাৰ কৰে।......

সেই ব্ৰিটিছ মিলিটেৰি বিষয়া জনৰ জবানবন্দীৰ দ্বাৰা ফৰিয়াদী পক্ষৰ কিছুমান মিছা উক্তি অপ্ৰমাণ হৈ যায়। কিৰোৱে যে কনিষ্টবল জনক হত্যা কৰিছিল আৰু ভগতসিংক গুৰুতৰ ভাৱে জখম কৰিছিল সেই বিষয়ে অকণো সন্দেহ নাই। কিন্তু পুলিচে যি উক্তি কৰি আদালতৰ আগত গোচৰটো উপস্থিত কৰিছিলহি সেই উক্তি একমাত্ৰ সেই বিষয়া জনৰ জবানবন্দীৰ দ্বাৰাই বিশ্বাসৰ অযোগ্য হৈ পৰে। পুলিচে যে কিৰোক অত্যাচাৰ কৰিছিল সেই কথা ছেচন জজ আৰু হাইকোর্টৰ জজে সত্য বুলি গ্ৰহণ কৰে আৰু তেওঁলোক সকলোৱেই অত্যাচাৰ কৰা বাবে পুলিচক গৰিহণা দিয়ে। তেওঁলোকৰ ৰায়ত পুলিচে গোচৰ সম্পৰ্কীয় অতি



আৱশ্যকীয় কিছুমান কথা গোপন কৰা বুলি আৰু ফৰিয়াদী পক্ষৰ সাক্ষীয়ে আচামীৰ প্ৰতি পুলিচৰ ব্যৱহাৰ সম্পৰ্কে মিছা কথা কোৱা বুলি মন্তব্য কৰে।......

আপীল গোচৰত, ঘটনা সম্পৰ্কে প্ৰধান বিচাৰপতি জজে তলত উল্লেখ কৰা মৰ্ম্মে মন্তব্য কৰে ঃ—

সেই মিলিটেৰি বিষয়া জনে ৰাতিপুৱা ৯ বজাত পুলিচে মাৰ-পিত কৰা দেখা পাইছিল। তেওঁ আপত্তি কৰি, বিৰক্ত হৈ সেই ঠাইৰ পৰা তেতিয়া আঁতৰি যায়। আবেলি দুটা কি তিনিটা বজাত তেওঁ আকৌ সেই ঠাইলৈ আহে। কিৰোক নিষ্ঠুৰ ভাৱে মাৰ-পিত কৰি তাৰ মুখৰ পৰা স্বীকাৰুক্তি বিচাৰি তেতিয়ালৈকে পুলিচে তাক নানা ৰকমৰ প্ৰশ্ন কৰিয়েই আছিল। ৰাতিপুৱা ৯ বজাৰ পৰা আবেলি ৩ বজালৈকে, এই গোটেই সময়খিনিৰ সৰহ ভাগেই, তাৰ স্বীকাৰুক্তি 'বিচাৰি, নানা ভাৱে তাক প্ৰশ্ন কৰোঁতেই গৈছিল বুলি যদি আমি অনুমান কৰো, তেন্তে আমাৰ অনুমান অলপো ভুল নহব।...কিৰো বেঁকা হৈ পৰি থাকি তাৰ বুঢ়া আঙুলি দুটাৰে নিজৰ কাণ দুখনত ধৰি আছিল। যি সকলৰ পৰক শাস্তি দিয়াই কাম, তেওঁলোকৰ পক্ষে এনেকুৱা ভাৱে শাস্তি দিয়া এটা সহজ উপায়।...এওঁলোকে শাস্তি দিয়া মানুহটোক বেঁকা কৰি লৈ পিছ ফালৰ পৰা দুই ঠেঙৰ মাজেদি তাৰ হাত দুখন উলিয়াই আনি কাণত ধৰি থাকিবলৈ দি তাক শাস্তি দিয়ে। এই ধৰণৰ শাস্তি অকল কষ্টদায়কেই নহয়, অতিশয়

নিৰ্দ্দয়ো। এনে ভাবে অলপ সময়ৰ কাৰণে থকাও কষ্টকৰ। কিন্তু এনে এটা অৱস্থাৰ পৰা নিজকে মুক্ত কৰিবৰ কাৰণে কিৰোৱে যেতিয়া উঠিব খুজিছিল, তেতিয়া পুলিচে তাৰ মূৰত জোতাৰে মাৰ দিছিল।......

কিৰোক যি অমানুষিক ভাবে অত্যাচাৰ কৰিছিল, তালৈ চাই, সেই চুৰিখন সি তাৰ ভাগ্যৰ ফেৰতেই পাইছিল বুলি আমি কব খোজো। নিৰুপায় হৈয়ে, নিজকে সেই অমানুষিক অত্যাচাৰৰ পৰা ৰক্ষা কৰিবৰ কাৰণেই তাক শাস্তি দিয়া মানুহ কেইটাক বধ কৰাই সি একমাত্ৰ উপায় বুলি ভাবিছিল। সি পিছত নিজকে বধ কৰিবলৈ যি ভাবে চেষ্টা কৰিছিল তাৰ পৰাই সেই সময়ত তাৰ মনৰ অৱস্থা কেনে ধৰণৰ আছিল, সহজেই বুজিব পাৰি।—পুলিচৰ হাতত নিৰ্য্যাতন পোৱাতকৈ মৃত্যুৱেই তাৰ পক্ষে সেই অৱস্থাত বাঞ্ছনীয় হৈ পৰিছিল।......

ছেচন জজে পুলিচৰ অত্যাচাৰৰ কথা সত্য বুলি গ্ৰহণ কৰিও, কিৰোক যাবজ্জীৱন কাৰাদণ্ডত দণ্ডিত কৰে। কিৰোই ভয়ানক ভাবে উত্তেজিত হবৰ, তাৰ পক্ষে আত্মৰক্ষা কৰিবৰ কোনো কাৰণ উপস্থিত হোৱা নাছিল বুলিয়েই তেওঁ মত প্ৰকাশ কৰে। কিন্তু তেওঁৰ ৰায়ৰ পৰা আৰু সাক্ষীৰ জবানবন্দীৰ পৰা যি কথা আমি পাইছো, তাৰ দ্বাৰা কিৰোৰ পক্ষে আত্মৰক্ষাৰ বাবে ইয়াতকৈ আৰু বেচি ভাল কাৰণ আন একো হব নোৱাৰে বুলি আমি ভাবো।



আত্মৰক্ষা আৰু ভয়ানক ভাবে উত্তেজিত হোৱা সম্পৰ্কে আইনগত যি নীতি সেই সকলো নীতি কিৰোৰ ক্ষেত্ৰত ভাল দৰেই ব্যৱহৃত হৈছে।..

আত্মৰক্ষাৰ কাৰণে আৰু আকস্মিক ভাবে ভয়ানকৰূপে উত্তেজিত হৈ কিৰোৱে যি কৰিলে, তাক সমৰ্থন কৰিবলৈ গৈ, হাইকোৰ্টৰ জজসকলে তলত দিয়া মৰ্ম্মে তেওঁলোকৰ ৰায়ৰ এঠাইত মন্তব্য কৰে ঃ—

যি অমানুষিক ভাবে আচামীক মাৰ-পিত কৰা হৈছিল আৰু শাস্তি দিয়া হৈছিল, সেই কথা ভাবিলেও ভয় লাগে। বহু সময়ত এনেকুৱা অনেক দুৰ্ভগীয়াই এই ধৰণৰ বে-আইনী আৰু নিন্দনীয় অত্যাচাৰত কষ্ট পাব লাগে।... অসহ্য যন্ত্ৰণাত, শেষত সঁচায়েই হওক বা মিছায়েই হওক কেতিয়াবা দোষ কৰিছো বুলি হয় স্বীকাৰ কৰে, নহয়, চুৰি কৰা বস্তুকে কেতিয়াবা উলিয়াই দিয়ে। পুলিচৰ কাৰ্য্যৰ ফলতেই আত্মৰক্ষাৰ কাৰণে যিখন অস্ত্ৰ কিৰোৱে লাভ কৰে সেই অস্ত্ৰখনকেই সুবিধা মতে শেষত সি ব্যৱহাৰ কৰিবলৈ বাধ্য হয়। আমাৰ বিবেচনাত, আত্মৰক্ষাৰ কাৰণে কোনো-বাই হাতত পোৱা কিবা অস্ত্ৰ ব্যৱহাৰ কৰাটো যদি ন্যায্য বুলি ধৰা হয়, তেন্তে কিৰোৱে সেই অস্ত্ৰ ব্যৱহাৰ কৰাটো এটা ন্যায্য কামেই হৈছে বুলি ধৰিব লাগিব। কিৰোৰ ওপৰত যি দৰে অত্যাচাৰ কৰা হৈছিল, সেই অত্যাচাৰৰ ফলত মৃত্যু হব পাৰে বুলি বা তাৰ শৰীৰত গুৰুতৰ ভাবে

আঘাত হব বুলি আশঙ্কা কৰা তাৰ পক্ষে সম্পূৰ্ণ স্বাভাৱিক আছিল। সৰহ সময় নিৰ্য্যাতন পোৱা যেই সেই মানুহৰ পক্ষেই মৃত্যু আশঙ্কা কৰি আতঙ্কিত হোৱাও বিচিত্ৰ নহয়। পুলিচৰ এনে ধৰণৰ "তদন্ত"ৰ ফলত মৃত্যু ঘটা দৃষ্টান্তও আছে। এই ক্ষেত্ৰত, কিৰোক এনে নিৰ্দ্দয় ভাবে অত্যাচাৰ কৰা হৈছিল যে সিও জীয়াই থকাতকৈ মৰাই তাৰ পক্ষে ভাল হব বুলিয়েই বিবেচনা কৰিছিল।···

জজ দুগৰাকীয়ে শেষত, কিৰো সম্পূৰ্ণ নিৰপৰাধী বুলিয়েই সাব্যস্ত কৰিলে।···অমানুষিক সেই অত্যাচাৰ বন্ধ কৰিবৰ কাৰণে কিৰোৱে যি ধৰণে নৰহত্যা কৰিলে, সেই নৰহত্যা আচলতে দোষযুক্ত নৰহত্যা নহয়। আত্মৰক্ষা কৰিবৰ কাৰণে আইনতঃ কিৰোৰ যি পৰিমাণ ক্ষমতা আছিল, সেই পৰিমাণ ক্ষমতাকেই সিও প্ৰয়োগ কৰিছিল ; বেচিকৈ সি যোৱা নাছিল।

আত্মৰক্ষাৰ কাৰণে আইনে প্ৰত্যেক মানুহকে যি ক্ষমতা দিছে, সেই ক্ষমতা সম্পৰ্কেও জজ দুগৰাকীয়ে সমালোচনা কৰে।······

এইটো বৰ দুৰ্ভাগ্যৰ বিষয় যে এই ধৰণৰ অৱস্থাত পৰিও মানুহে প্ৰায়ে আত্মৰক্ষাৰ যি ক্ষমতা সেইটো প্ৰয়োগ কৰিব নোৱাৰে। আদালতৰ গৰিহণাতকৈ, এনে ধৰণে আত্মৰক্ষাৰ আইনগত ক্ষমতা প্ৰয়োগ কৰিলে বেচি উপকাৰ হব বুলি আমি ভাবো।·····



হাইকোৰ্টত কিৰোৰ আপীল মঞ্জুৰ হয়। দুয়ো গৰাকী জজ একমত হৈ সকলো দোষৰ পৰা তাক মুক্তি দিয়ে।······ জজ দুগৰাকীয়ে তেওঁলোকৰ ৰায়ৰ আন এঠাইত এই মৰ্ম্মেও মন্তব্য কৰে :—

কিৰোক দিন দুপৰতে, সকলো মানুহৰ আগত দেখা-দেখিকৈয়ে পুলিচে অত্যাচাৰ কৰে। জনসাধাৰণৰ দৃষ্টিৰ পৰা তাক আঁতৰাই নি শাস্তি দিয়া কথাও পুলিচে নাভাবিলে। কাৰণ পুলিচৰ কাৰণে এনে ব্যৱহাৰ সদায় হৈ থকা এটা সাধাৰণ কথাৰ ভিতৰৰে আছিল।······পুলিচে আইন অনুসাৰে তদন্ত কৰিছে নে নাই কৰা, সেই বিষয়ে দৃষ্টি ৰখোৱা দায়িত্ব যি সকলে বহন কৰিছে, তেওঁলোকো কোনো মতেই দোষমুক্ত নহয়।······পুলিচৰ বিৰুদ্ধে গোচৰ কৰি প্ৰমাণ কৰা সদায় টান। পুলিচে মাৰ-পিত কৰি অত্যাচাৰ কৰিছে বুলি কোনো আচামীয়ে কেতিয়াবা উক্তি কৰিলেও সেই উক্তি প্ৰায়ে মানুহে অবিশ্বাস কৰে। আন কি, আচামীৰ পক্ষই কোনো দেখা সাক্ষী আদালতলৈ আনিলেও, সেই সাক্ষীবোৰকো প্ৰায়ে অবিশ্বাস কৰাই দেখা যায়। ইয়াৰ ওপৰিও, কেতিয়াবা কেতিয়াবা, এনে উপায়ে পুলিচে শাস্তি দিয়ে যে সেই শাস্তিৰ কোনো চিনেই আচামীৰ শৰীৰত দেখা নাযায়। বৰ্তমান গোচৰটোৰ নিচিনাকৈ, কেতিয়াবাহে দুই এটা গোচৰত, পুলিচলৈ ভয় নকৰাকৈ জবানবন্দী কৰা বিশ্বাসী সাক্ষী দুই এজন পোৱা

যায়। কিবোক অমানুষিক ভাবে অত্যাচাৰ কৰা যি উক্তি সেই উক্তি যে সত্য সেই বিষয়ে সন্তোষজনক প্ৰমাণৰ অভাব নাই। পুলিচৰ বিৰুদ্ধে অনা এনে অভিযোগ সঁচাকৈয়ে নিন্দনীয়। এনে ধৰণৰ অত্যাচাৰ বন্ধ কৰিব পাৰি আৰু বন্ধ কৰাই উচিত।...চৰকাৰেও এনে অত্যাচাৰ বন্ধ কৰিব পাৰে আৰু বন্ধ কৰিবৰ কাৰণে চৰকাৰে দিয়া হুকুম কাৰ্য্যকৰী কৰিবৰ কাৰণে আৱশ্যকীয় যি ব্যৱস্থা তাকো চৰকাৰে সহজেই গ্ৰহণ কৰিব পাৰে।......

* * * *

কিৰো আকৌ মুকলি হল। দেশৰ চাৰিওফালে পুলিচৰ এই অত্যাচাৰৰ কথা বিয়পি পৰিল। কিন্তু লাহোৰ হাইকোৰ্টৰ জজ ভুগৰাকীৰ তীব্ৰ মন্তব্যৰ পিছতো পুলিচৰ অত্যাচাৰ বন্ধ হল নে নাই হোৱা, সেই বিষয়ে সবিশেষ মন্তব্য অনাৱশ্যক।.....

**পুলিচৰ কাম শান্তি ৰক্ষা, শান্তি স্থাপন।** দেশবাসীক শান্তি লাগে। **শান্তি দিব পৰাই পুলিচৰ কাম;** সেয়ে পুলিচৰ পক্ষেও একমাত্ৰ গৌৰবৰ কথা।......

—সমাপ্ত—